# মইনা

( সচিত্ৰ সাধু কথা )

হৰিপ্ৰসাদ বৰুৱা






ভিনটেজ বুক শ্বপ
পাণবজাৰ, জি. এছ. ৰ'ড
গুৱাহাটী—৭৮১ ০০১

# উচৰ্গা

যিজনা
মহাপুৰুষৰ অনুগ্ৰহ কণাই
মোৰ
সাংসাৰিক উন্নতিৰ প্ৰধান কাৰণ
সেই স্বৰ্গীয়
**ৰায় বাহাদুৰ ঘনশ্যাম বৰুৱা**
দাদাৰ
পূত-স্মৃতিত
আজি তেখেতৰ মহা-প্ৰয়াণৰ তিথিত
এই
সামান্য কিতাপখন
উচৰ্গা
কৰিলোঁ।

অশোকাষ্টমী।
১৭ চ'ত ১৮৫৭

—**শ্ৰীহৰিপ্ৰসাদ বৰুৱা**

# পাতনি

১৯২৬ চনত মনত বহুত কষ্ট পাবলগীয়া হোৱাত কষ্ট পাহৰি থাকিবলৈ "মইনা"ত দিয়া প্ৰথম ছটা গল্প লিখোঁ। তাৰ পাছত যেতিয়া মনলৈ উৎসাহ আহে বাকী গল্পকেইটা লিখোঁ। বন্ধুবৰ শ্ৰীযুত ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ উদগনি নোপোৱা হ'লে শেষৰ গল্পকেইটা লিখা নহ'লেহেঁতেন।

গল্পকেইটাৰ মূল অন্য ঠাইৰ পৰা ধাৰ কৰা। কিন্তু বেছি ভাগতে জঁকাটোহে লোকৰ। কতো বা একো ছুপৰা মঙহো লোকৰ হাতৰ, কিন্তু মাংসপেশীৰ বেছি ভাগ, ছালখন আৰু সাজ মোৰ নিজৰ কল্পনাৰে গঢ়া। "বাটৰ লগৰীয়া" নামৰ গল্পটোত এই কথা নাখাটে। আমাৰ কথাৰে সৈতে মিলাবৰ নিমিত্তে যদিও মূলৰ বহুত এৰি দিবলগীয়া হৈছে আৰু আমাৰ আদৰ্শৰে মিলাবৰ নিমিত্তে বহুত যোগ দিবলগীয়া হৈছে, তথাপি সাধুটো মূলৰ আংশিক ভাঙনি বুলিব পাৰি।

"টোপনি নহা ৰজা"ৰ সাধুটো Book of Knowledge-ত থকা The King who could not sleep-অৰ আৰ্হিত লিখা। "নপতা ফুকন"ৰ সাধুটো মই গুৱাহাটী কলেজত পঢ়া সময়ত (১৯০৭ চনৰ পূৰ্ব্বে) উজান বজাৰৰ শ্ৰীযুক্ত মীনধৰ বৰদলৈ ডাঙৰীয়াৰ মুখৰ পৰা শুনা "মদনতালি সৰকাৰ" নামৰ গল্পৰ আৰ্হিত লিখা। বৰদলৈদেৱে এই গল্পটো কোনোবা বাংলা কিতাপ একনত পঢ়া বুলি কোৱা মনত পৰে যেন লাগে। সেই কিতাপখন মই নিজে দেখা নাই। "বুদ্ধিমতীৰ কথা" নামৰ সাধুটোৰ মূল কোনোবা এখন ইংৰাজী মাহিলি কাকতত ওলাইছিল। মই গল্পটো পঢ়ি পুৰণা মাহিলি কাকতখনৰ পৰা কাটি থওঁ। মাহিলিখনৰ নাম কি বা মূল গল্পটো কোনে লিখা মই এতিয়া ক'ব নোৱাৰোঁ। "জানন্তা

মোমাই"ৰ সাধুটো এজন বন্ধুৰ আৰু মানুহৰ মুখৰ পৰা শুনা কথা যোৰা দি লিখা হৈছে। "যাদু কৰা টিঙিৰি" আৰু "ছাল-ছিগা ভিকছ" নামৰ সাধু দুটা Book of Knowledge-অত থকা The Magic Tinder Box আৰু Rum-pel-Slilt Skin নামৰ দুটা সৰু গল্পৰ ছাঁত লিখা। "বাটৰ লগৰীয়া" Hans Anderson-অৰ Fairy Tales-অত থকা The Fellow Traveller বোলা গল্পৰ আংশিক ভাঙনি। "সন্তাৰ নথকাৰ ফল" নামৰ সাধুটো সত্য ঘটনা-মূলক। বন্ধু এজনৰ মুখৰপৰা কথাখিনি শুনিছিলোঁ। পৰিশিষ্টত থকা "বুঢ়া-বুঢ়ীৰ দন্দ" নামে সাধুটো Book of Knowledge-অত থকা The Married Couple at the Mill নামৰ গল্প পঢ়ি লিখিবলৈ প্ৰথমতে মনত খেলায়।

কোৱা বাহুল্য যে প্ৰত্যেকটো সাধু মূলৰ পৰা বহুত আঁতৰি গৈছে।

শ্ৰীযুত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আৰু শ্ৰীশশীকান্ত শৰ্ম্মাই মোক এই কিতাপখন উলিয়াবলৈ বহুত সহায় আৰু উদগনি নিদিয়া হ'লে ই হাতে লিখা অৱস্থাতে থাকিলহেঁতেন। তেওঁলোক দুইৰো ওচৰত মই সেই বাবে কৃতজ্ঞ। শেষত নাম দিয়া বন্ধুজনে আহি কাকত চাই দিয়া বাবে মই তেখেতৰ বিশেষ শলাগ লৈছোঁ।

কিতাপত দিয়া চিত্ৰ কেইখন ডিব্ৰুগড়ৰ শ্ৰীযুত মুক্তানাথ বৰদলৈৰ হাতৰ। তেখেতৰ সহায় নোপোৱা হ'লে "মইনা"ত চিত্ৰ দিব নোৱাৰোঁ। সময়ত সহায় কৰা বাবে মই তেখেতৰ বিশেষ শলাগ লৈছোঁ।

মইনা-আইদেউহঁতৰ মনত এই সাধুকেইটাই ৰং লগাব পাৰিলে, মোৰ শ্ৰম সাৰ্থক মানিম। ইতি—

ডিব্ৰুগড়
১৪ ব'হাগ, ১৮৫৮

শ্ৰীহৰিপ্ৰসাদ বৰুৱা

# চতুৰ্থ তাঙৰণৰ পাতনি

'মইনা'ৰ প্ৰথম প্ৰকাশ হৈছিল ১৯৩৬ চনত। ১৯৪৮ চনত কিতাপখনৰ তৃতীয় তাঙৰণ প্ৰকাশ হয়। সেই সময়ত কিতাপখনে অসামান্য জনপ্ৰিয়তা অৰ্জন কৰিছিল। যিসকল লোকে তেওঁলোকৰ ল'ৰাকালত 'মইনা' পঢ়িছিল, তেওঁলোকৰ মনত 'মইনা'ৰ গল্পকেইটি আৰু ছবিকেইখনৰ স্মৃতি আজিও চিৰ-সেউজীয়া হৈ আছে। অসমীয়া ভাষাত শিশু-সাহিত্যৰ অৱস্থা অতি পুতৌ-লগা। শিশুৰ উপযোগী ভাল কিতাপৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পাৰি। হৰিপ্ৰসাদ বৰুৱাৰ 'মইনা' নিঃসন্দেহে সৰ্ব্বশ্ৰেষ্ঠ অসমীয়া শিশু-গ্ৰন্থকেইখনৰ অন্যতম। অতি আচৰিত কথা যে যোৱা ত্ৰিশবছৰত এনেহেন এখন কিতাপৰ এটাও নতুন তাঙৰণ ওলোৱা নাছিল। ই শিশু-মনৰ প্ৰয়োজনৰ প্ৰতি অসমীয়া মানুহৰ চৰম উদাসীনতাৰ কথাই প্ৰমাণ কৰে। 'আন্তৰ্জ্জাতিক শিশু-বৰ্ষ' ৰূপে উদ্‌যাপিত ১৯৭৯ চনতে আমি অসমীয়া ল'ৰা-ছোৱালীসকললৈ এই মন-মোহনীয়া আটক-ধুনীয়া শিশু-গ্ৰন্থখনি আগবঢ়াবলৈ পাই নথৈ আনন্দ পাইছোঁ। কিতাপখনে তেওঁলোকক বিমল আনন্দ দিয়াৰ ওপৰিও অসমীয়া ভাষা শুদ্ধকৈ শিকাৰ ক্ষেত্ৰতো অশেষ সহায় কৰিব। আমাৰ মনত কোনো সন্দেহ নাই যে এই অনবদ্য শিশু-গ্ৰন্থখনি অসমীয়া ল'ৰা-ছোৱালী আৰু তেওঁলোকৰ অভিভাবকসকলৰ দ্বাৰাও বিপুলভাৱে সমাদৃত হ'ব।

কিতাপখনৰ প্ৰথম তিনিটা তাঙৰণত থকা গল্পকেইটাৰ ওপৰিও কেইটামান পালি গল্প আৰু নীতি-উপদেশ আছিল। অৱশ্যে থকা গল্পবোৰৰ লগত সেইবোৰৰ কোনো সম্পৰ্ক নাছিল। ছপাৰ খৰচ কমাবৰ কাৰণে এই তাঙৰণত সেই পালি গল্পকেইটা বাদ দিয়া হৈছে। তাৰ বাহিৰে কিতাপখনৰ আন একোতে হাত লগোৱা হোৱা নাই।

গুৱাহাটী
১৮।৬।৭৯

—হোমেন বৰগোহাঞি

# সূচী

# মইনা

## [ ১ ]

পিছ ফালৰ পৰা ডিঙিত সাবত মাৰি ধৰি, দদায়েকৰ গালত গাল লগাই, মইনাই ক'লে,—"দাদা, সাধু এটা কওক"।

আহিনৰ আগছোৱা। শাওণ-ভাদমহীয়া ধাৰাসাৰ বৰষুণৰ পাছত, আকাশ এতিয়া নিৰ্ম্মল। তাতে আকৌ আকাশত শুক্লা সপ্তমীৰ জোন। দিনৰ দিনটো টিকা-ফটা ৰ'দ দিছিল। এতিয়া মাত্ৰ সাঁজ লাগি ভাগিছে। "দাদাই" উদং গাৰে আগ চোতালত ঢৰা এখনত বহি সেমেকা গামোচা এখনেৰে নিজৰ গাটো কোবাই আছে—চেঁচা লাগিবলৈ। এনেতে মইনাই আহি তেওঁক সাধু ক'বলৈ ধৰিলে।

"দাদা" মইনাৰ দদায়েক। কেছাৰীত আমোলা কাম কৰে। মইনাহঁতৰ লগতে থাকে। মইনাই দদায়েকক "দাদা" বোলে। আমিও "দাদা"কে বুলিম।

মইনাৰ বয়স পাঁচ বছৰত সোমাইছে। সিদিনা মাথোন বিদ্যাৰম্ভ হৈ গৈছে। ঘৰতে পঢ়ে, দাদাই পুৱা-গধূলি পঢ়ুৱায়। দাদাই গৰমত ছাটি-ফুটি কৰি বাহিৰত জুৰ লোৱাৰ ছেগ বুজি মইনাই আহি সাধু ক'বলৈ ধৰিলে।

মইনাক হাত এখনত ধৰি আগলৈ টানি আনি দাদাই সুধিলে,—মই সাধু ক'লে তুমি বাৰু মোক কি দিবা ?

মইনাই মুখটো কাটি কৰি ক'লে,—আপোনাক কি লাগে কওক।

দাদা—তুমি কাইলৈ এক-দুই নেওতাখন মোক সব-গৰীয়াকৈ মাতি শুনাব লাগিব।

মইনা—বাক, কাইলৈ খুব ভালকৈ পাঠ দিম। দিনৰ দিনটো পঢ়িবলগীয়া হ'লেও নেওতাখন আওৰাম। হয়নে নহয় বাক আপুনি চাব।

দাদা—মোৰ তেন্তে সাধু কোৱাত মুঠেই আপত্তি নাই। কি সাধু কম কোৱাঁ।

মইনা—খুব বঢ়িয়া সাধু এটা কওক।

দাদা—বাক, মই সাধু কৈ যাম, তুমি শলাগি যাবা দেই, মইনা।

দাদাই তাৰ পাছত সাধু কৈ গৈছে, মইনাই ওঁ ওঁ কৈ শলাগি গৈছে,—

## টোপনি নহা ৰজাৰ কথা।

এখন দেশত এজন ৰজা আছিল। ৰজাৰ বয়স একুৰিমান হয় কি নয়। বয়স কম হ'লে কি হ'ব—ৰজাৰ বৰ বল, বৰ সাহ, বৰ প্ৰতাপ। ওচৰা-উচৰি ৰাজ্যত তেনে প্ৰতাপী ৰজা আৰু নাছিল। কোনো ৰজাই তেওঁৰ কিবা জগৰ লগালে তেওঁৰ ৰক্ষা নাথাকে। তেওঁৰে সৈতে যুদ্ধ কৰি হকৰাই ৰাজ্য কাঢ়ি লৈ, আৰু সেই ৰাজ্য লুটপাত কৰি, তাৰ পৰা বয়-বস্তু আনি নিজক আৰু নিজৰ প্ৰজাক চহকী কৰে। এনেকৈ সেই ৰজাই কিমান ৰাজ্য জয় কৰিলে, কিমান ধন-বস্তু গোটালে, তাৰ লেখ-জোখ নাই। লাহে লাহে লোকৰ ৰাজ্য কাঢ়ি লোৱা আৰু ধন-বস্তু গোটোৱাত তেওঁৰ বাগী বহি গ'ল। সদায় খাওঁতে-শোওঁতে, উঠোঁতে-বহোঁতে একেটা চিন্তা—কাৰ ৰাজ্য কাঢ়ি লব, ক'ৰ পৰা বয়-বস্তু চপাব।

এনেকৈ থাকোঁতে চিন্তাত ৰজাৰ টোপনি কমি আহিল। ৰাতি শেতেলিত পৰি সেই একে চিন্তা—কাৰ ৰাজ্য কাঢ়ি লব, ক'ৰ পৰা ধন-বস্তু গোটাব।

অৱশেষত ৰজাৰ মুঠেই টোপনি নহা হ'ল। চকু সোমাই কুম পালেগৈ। চকুৰ চাৰিওকাষে ক'লা পৰিল, কপালত দাগৰ সেৰা পাতিলে, মুখ শেঁতা পৰিল, চিন্তাৰ থুপিয়ে ছুই চেলাউৰিৰ মাজত দেখা দিলেহি। ৰজাৰ মুখ সদায় বিকট থায়েই থাকে। হাত-ভৰি সদায় পুৰি থাকে। গা কেতিয়াও ভাল নেলাগে।

এনেতে মইনাই মাত লগালে,—"মোৰো দেখোন বহুত চিন্তা, মোৰ টোপনি নহা নহয় কিয়?"

দাদা—তোমাৰ আকৌ চিন্তা কিহৰ?

মইনা—উৱা! চিন্তা কিহৰ? মোৰহে চিন্তা নাই! কওঁ শুনক, কাইলৈ ছুপৰীয়া সোণ আহিব, খলি গুটি খেলিবলৈ। সি মোক সদায় হৰুৱায়; তাক মই কেনেকৈ হৰুৱাওঁ এই এটা চিন্তা। আমাৰ কুকুৰজনী গাভিনী হৈছে, তাই কেইটা পোৱালি দিয়ে, কি ৰঙৰ পোৱালি হয়, কেইটা মতা হ'ব, কেইজনী মাইকী হ'ব,—এই ইমানবোৰ চিন্তা। আৰু কত কি চিন্তা আছে!

দাদাই হাঁহি ক'লে,—তোমাৰ এইবোৰ চিন্তা কৰাৰ একো সকাম নাই। কাইলৈ তুমি নেওতা আওৰাব লাগিব, সেইবাবে সোণৰ সৈতে খলি গুটি খেলিবৰ সময় নাথাকে। তাৰ পাছত কুকুৰজনীয়ে পোৱালি দিবলৈ নাই বুলিও আৰু এমাহ আছে। সেই ভাৱনা ভাবিবৰ এখোন এতিয়াও নৌ।

মইনা—তেন্তে মোৰ আজি টোপনি আহিব। এতিয়া সাধু কওক।

দাদা—বাৰু। পাছে ৰজাৰ গা ভাল নলগা হ'ল। ডাক্তৰৰ দৰব কত ৰকমৰ খালে। তেও ৰজাৰ টোপনি নাহে। লোকৰ ৰাজ্য জয় কৰা আৰু ধন-বস্তু গোটোৱাৰ লগতে টোপনি নহা চিন্তা

এটাও সোয়াদ। চিন্তা যতকে বাঢ়িল গা লিমানে বেয়া আগিল, দৰব যতকে খালে ততকে আৰু বেয়াহে হ'ল।

ডাক্তৰ এৰি ৰজাই কবিৰাজৰ ঔষধ খালে, তাতে একো গুণ নধৰিলে। কবিৰাজ এৰি হেকিমৰ দৰব খালে—

মইনা—হেকিমটো আকৌ কি?

দাদা—হেকিম হৈছে মুছলমানসকলৰ কবিৰাজ। হেকিমৰ দৰব খায়ো সেই একে অৱস্থা। আৰু যে কিমানে দিয়া কত ৰকমৰ ঔষধ খালে তাৰ একো ঠিকনা নাই। কোনো ঔষধে একো গুণ নিদিয়ে। যিমানেই ঔষধ ব্যৱহাৰ কৰে, গাৰ পোৰণি সিমানে চৰেহে। তাৰ পাছত ঔষধ খোৱা এৰি বেজ ধৰিলে। ভূতে পাইছে বুলি কত ডোল-ফঁহতি আঁৰিলে, কত তাবিজ ল'লে! একো গুণেই নাই। দৰব-জাতিয়ে, তাবিজ-মাদলীয়ে উপকাৰ দিয়ে কেনেকৈ? বেমাৰ জানো শৰীৰুৰ, মনৰহে। শৰীৰৰ ব্যাধি হ'লেহে দৰবে কাম দিয়ে।

একো পথ্যে গুণ নাপাই ৰজাই ঢোল পিটি শুনাই দিলে, যেয়ে মোৰ টোপনি অহা কৰি দিব পাৰিব তাকে মোৰ ৰাজ্যৰ একাল দিম। কিন্তু টোপনি অনাব নোৱাৰিলে ফাটেকত ভৰাই থম।

ঢোল পিটোৱাৰ বাতৰি পাই দেশ-বিদেশৰ পৰা কত ডাক্তৰ, কবিৰাজ, হেকিম, বেজ, ওজা ওলালহি তাৰ লেখ-জোখ নাই। জোক থকা দলনিত কিবা এটা নামিলে যেনেকৈ জোকে লি-লীয়াই খেদি আহে, তেনেকৈ ৰাজ্যলোভী ডাক্তৰ-কবিৰাজ, বেজ-ওজাই ৰাজ্য লবলৈ পি-পীয়াই আহিল। ৰজাক যদি টোপনি অহা কৰিব পাৰি, ইমান এখন ৰাজ্যৰ আধা ভাগ! কম কথা নে? নোৱাৰিলে জানিবা কেইদিনমান ফাটেক খাটিব লাগিব। কিনো হ'ব? বিপদৰ আশঙ্কা ভাবি চেষ্টা কৰিবলৈ ভয় কৰি পিছ হুহঁকি থকা মানুহ কোন কেতিয়া ডাঙৰ হ'ব পাৰিছে? মানুহৰ কিমান লোভ দেখিছা? ৰাজ্য-লাভৰ আশাত লাগিলে ফাটেককে খাটে।

ৰাজ্য-লোভী মানুহৰ চিকিৎসাত ৰজাৰ টোপনি আহক চাৰি

অৱস্থা বেয়াৰৈহে চাল ল'লে। টোপনি কোনেও অনাব নোৱাৰিলে। কাটেকিয়ালেবে ৰাজ্যৰ বন্দীশালবোৰ ভৰি পৰিল।

এদিন ৰজা কাৰেঙত বহি আছে। এনেতে বৰ ধুনীয়া ছোৱালী এজনী আহি ক'লে,—"মই স্বৰ্গদেৱৰ টোপনি আনি দিব পাৰোঁ।" ছোৱালীটিৰ বয়স তেৰ বছৰ মান। বাৰু মইনা, তেৰ কেনেকৈ হয়?

মইনা—ই, ইয়ো এটা কথা! একৰ পিঠিত তিনি বছৰালেই দেখোন তেৰ হয়।

দাদা—বাৰু, শুনা। তাৰ পাছত যেতিয়া দুৱৰীয়ে ৰজাৰ কাষলৈ ছোৱালীটি নিলে, তাই ৰজাৰ আগত আঁঠু লৈ ৰজাক ক'লে,—"স্বৰ্গদেউ, মই আপোনাৰ টোপনি অহা কৰি দিব পাৰোঁ।"

ছোৱালীটি দেখিবলৈ ইমান সুন্দৰী যে ভাল কৰিব নোৱাৰিলে তাইক কাটেকত দিব লাগিব এই কথা ৰজাই সহাৰ কথা এৰি দিয়া, ভাবিবলৈকে টান পালে। ৰজাই ক'লে,—"ইমানবোৰ ডাক্তৰ কবিৰাজ হুৰিল, আহিল এতিয়া পেন্দুকণা এটাই মোক ভাল কৰিবলৈ! যোৱা, যোৱা ইয়াৰ পৰা, মিছাতে কাটেকত নজহিবা!"

ছোৱালীটিৰ নাম ধুনীয়া। ধুনীয়াই ক'লে,—"স্বৰ্গদেৱৰ টোপনি অহা নকৰাকৈ মই ইয়াৰ পৰা যাব নোৱাৰোঁ।" তাইৰ নাম সুধি লৈ ৰজাই ক'লে,—"বাৰু, ধুনীয়া, তুমি মোৰ টোপনি কেনেকৈ অনাবা কোৱাচোন্। কেঁচুৱা কোলাত লৈ নাম গাই টোপনি অনোৱাৰ দৰে নে, মাৰাই শিকোৱা কাচ-ফুচ বন দৰৱ দি?" ধুনীয়াই ক'লে,—"কাচ-ফুচ বন দৰৱ দি নহয়, স্বৰ্গদেউ, কোলাত লৈ নিচুকায়ো নহয়, কিন্তু উপায়টো মোক আয়েই শিকোৱা। ঔষধটো দেখুৱাই দিওঁ আহক," বুলি ৰজাৰ হাতত ধৰি খিড়িকীয়েদি আকাশৰ ফাললৈ আঙুলিয়াই দেখুৱালে।

সৰু ছোৱালী, ভয় কাক বোলে জানিবৰ এতিয়াও নৌ, খপ কৰে গৈ ৰজাৰ হাতত ধৰি টানি আনিলে।

ৰজাৰ খং উঠিল। ক'লে,—"অ', তই মোৰে সৈতে ধেমালি কৰিবলৈ আহিছ! ৰ, তোৰ পোটকটো তুলিম।"

ধুনীয়াই ক'লে,—"নহয়, স্বৰ্গদেউ, মই আপোনাৰে সৈতে ধেমালি কৰিবলৈ অহা নাই। আহিছোঁ মই স্বৰ্গদেৱক শিকাবলৈ, কেনেকৈ ঈশ্বৰক প্ৰাৰ্থনা কৰিব লাগে। চাওক স্বৰ্গদেউ, সৌ নীল আকাশলৈ,



এইক বন্দীশালৰ এন্ধাৰ কোঠা এটাত ভৰাই থগৈ।

সেই ফালে চালেই গা শাঁত পৰি যায়। এই নীল আকাশখনি চায়েই কেনে লাগি যায়! এই আকাশখনি যি সৃজিছে, তেওঁৰ ফালে মন টৌৱাব পাৰিলে, তেওঁলৈ চাবলৈ পালে যে আৰু কেনে লাগিব, মনলৈ কেনে শান্তি আহিব!"

ৰজাই কিন্তু খঙত ধুনীয়াৰ কথালৈ মনকে নকৰিলে। ভাবিলে তাই ৰজাক মস্কৰা কৰিবলৈ আহিছে। এই ভাবি খঙতে কটোৱালক হুকুম দিলে,—"এইক বন্দীশালৰ এন্ধাৰ কোঠ এটাত ভৰাই থগৈ।"

যেই হুকুম, সেই। কটোৱালে ধুনীয়াৰ হাতত হাত কেৰেয়া লগাই এজ্বাব খোঁটালি এটাত সুমুৱাই দুৱাৰ বন্ধ কৰি দিলে।

হাত-কেৰেয়া সবাতো ধুনীয়াৰ মুখৰ হাঁহি নুগুচিল। কটোৱালৰ লগত যাওঁতেও তেওঁ হাঁহি হাঁহি গ'ল। ৰজাই দেখি বৰ আচৰিত মানিলে। ৰজাও পিছে পিছে গ'ল। দেখিলেগৈ, এজ্বাব কাটেকৰ ভিতৰত মাটিত আঁঠু কাঢ়ি বুকুৰ ওচৰত হাত দুখন যোৰ কৰি ধুনীয়াই ফুঁটাই প্ৰাৰ্থনা কৰিছে,—"হে প্ৰভু, জগতৰ হৰ্ত্তা-কৰ্ত্তা,



ধুনীয়াই প্ৰাৰ্থনা কৰিছে।

স্বৰ্গদেৱক তুমি প্ৰাৰ্থনা কৰিবলৈ মতি দিয়া, তেওঁক প্ৰাৰ্থনা কৰিবলৈ শিকোৱা। তেওঁৰ যাতে মনৰ মৰিচা গুচি মনত শান্তি পায়। তেওঁৰ যাতে শান্তিৰে টোপনি আহিব পাৰে।" এইদৰেই তেওঁ হাত যোৰ কৰি তদ্‌গত মনেৰে আছিল। চকুৰেদি দুধাৰি লো বৈ পৰিছিল।

চাই চাই ৰজাই আৰু সহিব নোৱাৰিলে। কটোৱালক হুকুম দিলে,—"এইক এতিয়াই নগৰৰ ৰাজ কৰি দে।"

তাৰ পাছত ৰজাই কাষেওলৈ গৈ ধুনীয়াৰ দৰে আঁঠু কাঢ়ি হাত যোৰ কৰি থাকিল। কিন্তু মুখৰ পৰা মাত এটাও নোলাল। সৃষ্টি-কৰ্ত্তাক কেনেকৈ প্ৰাৰ্থনা কৰিব লাগে, তেওঁ পাহৰিলে। তথাপি কিজানি তেওঁ মনতে প্ৰাৰ্থনা কৰিছিল। সেই অৱস্থাতে ৰজা বহুত পৰ থাকিল। তাৰ পাছত লাহে লাহে ঢলি গৈ মাটিতে শুলে।

বহুত দিনৰ মূৰত ৰজাক মাটিতে শোৱা দেখিও পালী-পহৰীয়াৰ স্বৰ্গদেৱক জগাবৰ সত নহ'ল।

তাৰ পাছদিনা ৰাতিপুৱা যেতিয়া সাৰ পায়, মাটিত পৰি থকা সত্বেও ৰজাৰ গা-মন যেন ভাল লাগিছিল, বহুত দিন তেনে শান্তি পোৱা নাই। সেই দিন ধৰি ৰজাই দিনে দিনে ঈশ্বৰক প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। দিনক-দিনে ৰজাই গা ভাল পাই গ'ল, শৰীৰলৈ পূৰ্ব্বৰ কান্তি লাহে লাহে ঘূৰি আহিবলৈ ধৰিলে।

গা ভাল পাই ৰজাই ধুনীয়াক বিচাৰিলে। ধুনীয়াৰ কথা কোনেও ক'ব নোৱাৰিলে। চাৰিওফালে ধুনীয়াক বিচাৰি মানুহ পাচিলে, কিন্তু ধুনীয়াক কোনেও বিচাৰি উলিয়াব নোৱাৰিলে। ধুনীয়াক নাপাই ৰজাই মনতে বৰ বেজাৰ পালে। ৰজাই মনতে ভাবে,—"হায়, যদি মই ৰাজ্যশাসন কৰাত তেওঁক লগৰী পালোঁহেঁতেন, আমি দুয়ো মিলি প্ৰজাৰ কিমান উপকাৰ কৰিব পাৰিলোঁহেঁতেন!"

যি কি নহওক, লাহে লাহে ৰজা সম্পূৰ্ণ সুস্থ অৱস্থালৈ আহিল। তেওঁৰ শৰীৰলৈ আগৰ লাৱণ্য উভতি আহিল, মনত পূৰ্ব্বৰ উৎসাহ পালে। এতিয়া ৰজাই নিতৌ বহুত সময় ঈশ্বৰক প্ৰাৰ্থনা কৰি কটায়। এতিয়া আৰু লোকৰ ৰাজ্য, ধন-বস্তুলৈ ৰজাৰ হেপাহ নাই। তেওঁ প্ৰজাৰ হিত-সাধনত মন দিলে। প্ৰজায়ো মহা সুখেৰে কাল কটাবলৈ ধৰিলে।

পাঁচ বছৰমানৰ পাছত এদিন বৰ দীপলিপ কন্যা এটি আহি ৰজাক সুধিলে, "স্বৰ্গদেৱে মোক চিনিব পাৰিছে নে?" ৰজাই ক'লে,— "তোমাক দূৰত দেখিয়েই চিনিছোঁ ধুনীয়া। তুমি অতকাল ক'ত

আছিলা? তোমাক বিচৰাই ক'তো নাপাই তুমি নিজে আহি ওলাবলৈ মই আজি কেইবছৰে বাট চাই আছোঁ, তুমি আহি মোৰ ৰাজ্যৰ ভাগ লবলৈ।" ধুনীয়াই ক'লে, "ময়ো তালৈকে আহিছোঁ স্বৰ্গদেউ। কিন্তু মোৰ আইক হ'লে ওচৰতে থাকিবলৈ দিব লাগিব। তেৱেঁই মোক প্ৰথমতে প্ৰাৰ্থনা কৰিবলৈ শিকায়।"

তাৰ পাছত বৰ ধুমধামেৰে ধুনীয়াৰ সৈতে ৰজাৰ বিয়া হৈ গ'ল। প্ৰজাই খুব ৰং-ধেমালি কৰিলে। সিহঁতে দৰনিপিটি ভোজ খালে। ৰজাই কিন্তু প্ৰাৰ্থনা কৰা অভ্যাস নেৰিলে। আৰু, বিয়াৰ দিনাই বন্দী কৰি থোৱা বেজ-কবিৰাজহঁতক এৰি দিলে।

দাদা ইমানতে নিমাত হ'ল। মইনাই ক'লে,—"তাৰ পাছত দাদা?"

দাদাই ক'লে,—"তাৰ পাছত আৰু কি? প্ৰজাবোৰে পেট ভৰাই খালে। আমিও খাওঁগৈ ব'লা। ভাত বাঢ়িব পায়।"

[ ২ ]

তাৰ পাছ দিনাও মইনাই সাধু শুনিবলৈ আহি ক'লে, "দাদা, সাধু এটা কওক।"

দাদা—শুনা বাৰু। অ,' কালি কি কথা আছিল? তুমি আজি সক নেওতাখন তেনেই মাতি শুনাবৰ কথা আছিল নহয়? নেওতা মাতা এতিয়া।

মইনাই নেওতা মাতিলে। তাৰ পাছত দাদাই ঘূৰাই ঘূৰাই বহুত সুধিলে, কোন কোন অঙ্ক দিলে কি হয়, কিমান হয়। সেইখিনি টপ্ টপ্‌কৈ মইনাই ক'ব পাৰিলত, দাদাই ক'লে,—বাৰু এতিয়া সাধু শুনা।"

শপতা মুকলৰ কথা।

এখন নগৰত গুৱাল এঘৰ আছিল। নগৰৰ ওৰচতে এখন ডাঙৰ হাবি, তাৰ সিফালে বৰ-নৈ।

গুৱালে বেচিবলৈ চকত দৈ থয়, ক'ৰবাৰ বোন্দা এটাই খাই যায়হি। এদিন গুৱালে দৈৰ চকটো তলভগা দোন এটাৰে ঢাকি থলে। গুৱাল কোনোবা ফালে ওলাই যোৱা ছেগতে বোন্দাটো আহি ঘৰত সোমাই দৈৰ চকটো দেখিলে। দৈ আৰু তাৰ মাজতহে তলভগা দোন এটা আছে, সেইটো যে তাৰ ডিঙিত লাগি যাব পাৰে, বপুৰাই সেই কথালৈ মন কৰিবৰ সময়কে নেপালে। ভগা দোনৰ মাজেদি মূৰ সুমাই দৈখিনি খাই পেলালে। গাখীৰ খাই এটাইহে বোন্দাই বুজিলে যে তাৰ ডিঙিত দোনটো খাপ খাই পৰিল সি সেইটো এৰুৱাব পৰা টান। মাওঁ মাওঁ কৰি আগৰ ঠেং দুটাৰে দোনটো এৰুৱাবলৈ বোন্দাই কত চেষ্টা কৰিলে, দোনটো একো পধ্যে ডিঙিৰ পৰা এৰুৱাব নোৱাৰিলে।

এতিয়াহে বোন্দাই বুজিব পাৰিলে, গুৱালে আজি তাক ছল কৰিলে। যেয়ে ভগা দোনটোৰে তাক দেখে, সেয়ে গৰু-পঘাৰে তাক খুটাত বান্ধি আধাপোৰা ডুখৰীয়াৰে সুধিব। মানুহ নথকা ঠাইলৈ পলাব নোৱাৰিলে তাৰ জীৱন লৈ টনাটনি। ইয়াকে ভাবি সি মৰো-জীওঁকৈ হাবিৰ ফাললৈ ভিৰাই লৰ ধৰিলে। লৰি গৈ থাকোঁতে···অ', আগত এইটো কি? বোন্দাটো থমক খাই ৰ'ল। আগত বাঘিনী এজনীয়ে পোৱালি এহালেৰে ধেমালি কৰি আছে। পলাবৰোতো উপায় নাই! একে চোঁচাই গৈ বোন্দাই বাঘিনীৰ ওচৰ পাই তাইৰ গালত ঠাঁচ ঠাঁচ কৈ চৰ লগাই দিলে। ইমান সৰু জন্তু এটাই এনে দৰে মৰাত বাঘিনী বিচুৰ্ত্তি হ'ল, সুধিলে,—"তুমি

কোন্, মোক মাৰিছা কেলেই ?" বোন্দাই ক'লে,—"অ', তই এতিয়া মোক চিনি নোপাৱাই হলি! মোৰ নাম শ্ৰীমেওৰাম নপতা ফুকন, উপাধি বৰকথকী। বৰডেকা কলৈ গ'ল? মই তাক বহুত দিন বিচাৰি ফুৰিছোঁ পোৱা নাই। এই দোনেৰে এদোন চিকাৰূপ সি মোৰ পৰা ধাৰে আনিছিল, ধাৰ শুজিবৰ যে মন নায়েই, এতিয়া বিচাৰিলেও তাক পাবলৈ নাইকিয়া হ'ল। আজি তোক পাইছোঁ, সি চোঙলৈ আহিবই। আজি যদি সি টকাকেইটাৰ লেঠা নেমাৰে, তেন্তে তাৰ আজি কৰিম এটা!" বাঘিনীয়ে ক'লে,—"ক'তা, মই টকা ধাৰে অনা কথা দেখোন একো শুনা নাই!" বোন্দাই ক'লে,—"এতিয়া শুনিছনে নাই?" বাঘিনীয়ে শুনিছোঁ বুলি কোৱাত বোন্দাই ক'লে, "তেন্তে সেয়ে হ'ল। মইনো তোৰ আগত মিছা কৈছোঁনে?" বাঘিনীয়ে ভাবিলে,—ই এটা ইমান সৰু জন্তু, অথচ ইমান টান কথা কয়, ধমক দিয়ে, অৱশ্যে ইয়াত কিবা এটা কথা আছে, ইয়াৰ গাত কিবা গুণ আছে, নহ'লে ইমান সাহ হয়নে? ইয়াকে ভাবি ক'লে,—"গিৰিহঁত চোঙত নাই, চিকাৰলৈ গৈছে, বাৰু তেওঁ আহক, মই কম।" ফুকন মস্কিলত পৰিল। বাঘিনী তিৰি জাতিৰ, এইক ছলা সহজ, বাঘকতো এইদৰে ছলিব নোৱাৰি। বাঘে গম পাব লাগিলে তাৰ কালে আধ্যা পৰিব! ইয়াকে ভাবি সি ক'লে,—বাৰু, তই ক'ব নালাগে, ময়ে এদিন কম। তোৰ মুখ দেখি তাক মাৰিবলৈ বেয়া লাগিছে। মই তোলৈ চাই তাক একো নকৰোঁ। মতা হ'লে কি হ'ব? আমাৰ গাত বল সাহ থাকিলেও মাইকীৰ দুখ দেখিলে বেয়া লাগে। সেইবাবে তই একো ভয় নকৰিবি, তোৰ মুখলৈ চাই মই তাৰ একো অনিষ্ট নকৰোঁ। এতিয়া বাৰু কি আছে খাবলৈ দে।" লবৰ কোবত গুৱালৰ দৈ তেনেই জীণ গ'ল। বাঘিনীয়ে অলপ মঙহ আনি দিয়াত ফুকনে খাই উঠি আকৌ ক'লে,—"বুজিছ গাভৰু, এটা কথা। মই ভাবি চাইছোঁ, ইমানখিনি বিত একেবাৰেই এৰি দিয়া টান। তোৰ পৰা বৰডেকাই যদি খবৰ পায়, তেন্তে মই তাক

এখাই টান হ'ব। মই কিন্তু তাক লগ ধৰিবই লাগিব। পাছে, মই তোৰ মূৰৰে শপত খাই কৈছোঁ, তাক মই সবাকৈ মাৰিবোঁ, এনেকি কিলেৰেও নোসোধোঁ। তই ভয় নাখাবি।, তাক লগ ধৰিব পাৰিলে মই তাৰ পৰা ৰূপখিনি উলিয়াম। পাছে, তই যদিহে তাক মই অহা সম্বেদ দিয়, তেন্তে মই তাক পোৱাই টান হ'ব। তেতিয়া হ'লে মোৰ আন উপায় একো নাথাকিব। এদিন তোক মাৰি মোৰ খাবৰ হোৰ তুলিম, বুজিছ? তাৰ পাছত বৰডেকা আৰু তোৰ পোনাকেইটাৰো সেই গতিকে কৰিম। যদি তইঁত ভালে থাকিব খুজিছ, তেন্তে বৰডেকাক মই অহা বাতৰিৰ বুজ একো নিদিবি। বাৰু, তই সকলো কথা বুজিছ নহয়, মই এতিয়া যাওঁ।" এই বুলি বোন্দাটো গুচি গ'ল। অলপ বাট গৈয়েই আকৌ উভতি আহি ক'লে,—বুজিছ গাভৰু, তই তিৰী। তোৰ শুদা কথাত বৰ সঁজাত নাই। তিৰোতাই মতাটোৰ আগত, নিজৰ কথা নহ'লে, মুঠেই লুক-ঢাক কৰিব নোৱাৰে। তোৰ কথাত মুই যদি পতিয়ন যাব লাগে, তেন্তে তই শপত খা—"মই যদি বৰডেকাৰ আগত আপুনি অহা কথা কওঁ, তেন্তে মই এই পোৱালিহালৰে মূৰ খাম।" বাঘিনীয়ে ক'লে,—"নকৰা, নকৰা ফুকন এনে কথা, মই তেনেটো শপত খাব নোৱাৰোঁ। চোৱাচোন, সেই কথাষাৰ শুনিয়েই মোৰ গাৰ নোম ডাল ডাল হৈ উঠিছে।" বোন্দাই ক'লে,—"বাৰু, তেন্তে সেইটো শপত খাব নালাগে। ক বাৰু, মোৰ চকু দুটা ফুটিব।" বাঘিনীক সেইদৰে শপত খুৱাই বোন্দাই ক'লে,—"বাৰু মই দিনে দিনে আহি খবৰ কৰি যামহি, তই কথাটো উলিয়াব নে নাই।" সেই বুলি ফুকন ডিঙিত দোনটোৰে সৈতে গুচি গ'ল।

সেই দিনাৰ পৰা বোন্দা দিনে দিনে বাঘ নথকা পৰত আহে, আহিয়েই সোধে,—"বৰডেকা আছেনে অ'?" নাই বুলি ক'লে, কয়,—"আজিও নাপালোঁ। বাৰু, একো কথা নাই। খাবলৈ কি

আছে এতিয়া আন। থাই-বৈ বাঘিনীক সাৱধান কৰি দিয়ে যাতে সি অহাৰ বুজ বৰডেকাক নিদিয়ে।

এইদৰে বহুত দিন গ'ল। ফুকন বৰকথকীদেৱৰ ভিতিৰ পৰা ভগা দোন খহি পৰিল। ইপিনে বাঘিনীৰ সদায় চিন্তা জানোচা কোনোবা দিনা নপতা-ফুকনে বাঘক ধৰি মাৰেই। বাঘিনী সেই একেটা চিন্তাতে খাব নোৱৰা হৈ খীণাই গ'ল। বাঘে কথাটো মন কৰি, বাঘিনীক সোধে,—"হেৰ, তোৰ কি হৈছে? শুকাই গৈছ কিয়?" বাঘিনীয়ে কাঠ হাঁহি মাৰি কয়,—"একো হোৱা নাই।" বাঘে-বাঘিনীয়ে একেলগে থাকোঁতে কেতিয়াবা বাঘিনীয়ে উচাপ থাই কোনোবা ফাললৈ হঠাতে চায়। এদিন বাঘে কথাটো মন কৰি শপত দি সুধিলত বাঘিনীয়ে ক'লে,—"মই এজনৰ ওচৰত শপত খাই থৈছোঁ, ক'ব নোৱাৰোঁ।" বাঘে সুধিলে,—"বাক, কি বুলি শপত খাই থৈছ, ক।" তাই ক'লে,—"মই যদি সেই কথা কাৰবাৰ আগত কওঁ, মোৰ যেন চকু দুটা ফুটে।" বাঘে তেতিয়া সুধিলে,— "তই এই শপত নিজ ইচ্ছাতে খাইছিলি নে?" বাঘিনীয়ে ক'লে, ভয় খুৱাই তাইক অঙ্গীকাৰ কৰালে। বাঘে তেতিয়া ক'লে,—"তেনে শপত শপতেই নহয়। সেই শপত ভাঙিলে একো জগৰ নালাগে, তেনে শপত নকলিয়ায়।" এই বুলি আশ্বাস দিয়াত বাঘিনীয়ে সকলো কথা ভাঙি ক'লে। যিথিনি তাই নকৈছিল বাঘে খপি খপি সুধি উলিয়ালে। গোটেইথিনি কথা শুনি বাঘে গুজৰিবলৈ ধৰিলে। "কাইলৈ মই তাৰ মূৰ চোবাম। মই চিকাৰলৈ নাযাওঁ, সি সুধিলে মই চোঙত নাই বুলি কবি।"

পাছ দিনা বাঘ চোঙতে আছে। আন দিনৰ পৰতে ফুকনে আহি মাত লগালে,—"গাভৰু, আছানে হে?" বাঘিনীয়ে উত্তৰ দিলে,—"আহাঁ ফুকন, বহাঁ, মই গৈছোঁ। ফুকনে আকৌ সুধিলে,— "বৰডেকা চিকাৰলৈ গ'লনে? কালি কি আনিলে, অলপ খাবলৈ আনা। কালি মোৰ গাটো বৰ ভাল নাছিল। কালি আবেলি

ওলাবই .....।" এনেতে একে জাপে বাঘ ওচৰ পালেহি। অ,' এইটো কোন ? বাঘিনীতো নহয়। ফুকনে তৎক্ষণাৎ পিছ হুইকি, খিতাতে পাকমাৰি ভিৰাই ধৰি লৰ মাৰিলে। হাবিৰ মাজে মাজে অকাই পকাই বাগি দি ফুকনে লৰি গৈছে, বাঘে পিছে পিছে খেদি গৈছে। ফুকন গৈ গছ এজোপাত উঠিল। বাঘেও পিছ ল'লে। উপায় নাপাই ফুকনে ফেৰেঙনি এডালৰ মাজেদি জাপ মাৰিলে। বাঘে সেই পিনেই জাপ দিলে। সক জন্তু মেকুৰীটো সৰকি গ'ল। গা ডাঙৰ বাঘ ফেৰেঙনিত লাগি ধৰিলে। তাৰ পৰা ওলাবলৈ বাঘে যিমানেই চেষ্টা কৰিলে, ফেৰেঙনিৰ মাজলৈ সিমানেই সোমাল, আৰু শেষত সি ফাঁচতে মৰি থাকিল। পোনতে অলপ গুজৰিছিল, শেষত জিভা উলিয়াই পেলালে। যেতিয়া বাঘৰ ঠেং নেজ ওলমি পৰিল, মেকুৰী গৈ গোটেই গাত আঁচুৰি নামি আহি বাঘিনীৰ ওচৰ্‌ পালেগৈ!

বাঘিনীয়ে ভাবি আছে, আজি ফুকনক মাৰি বাঘে তাইক স্রেই আপদটোৰ হাতৰ পৰা সৰুৱাৰ। উভতি অহা মেকুৰীটো দেখি তাইৰ লোমৰ আগে জীৱ গ'ল। বোন্দাই ক'লে,—"অ', গিৰীয়েৰক লগাইছিলি নহয় ? চাহি কি কৰি থৈ আহিছোঁ। সৌটো মাৰি গছৰ ওপৰত ওলোমাই থৈ আহিছোঁ !" বাঘিনীয়ে চায়গৈ সঁচা। তাইৰ দুই চকুৰেদি দুধাৰি লোতক বৈ গ'ল। সেইখিনিতে ওপৰলৈ চাই ৰহি থাকিল। ফুকনে মাত লগালে,—"থ এতিয়া আৰু বেজাৰ কৰিবলৈ। যি হ'ব লগা আছিল হৈ গ'ল। এতিয়া আৰু বেজাৰ কৰিলে কি হ'ব ? মই আছোঁ, তই একো ভয় নকৰিবি। এতিয়া কি আছে খাবলৈ দেহি। কালি গধূলি গাটো ভাল নাছিল, একো খোৱা নাই, ভোক লাগিছে।" বাঘিনী নিমাত। মেকুৰীয়ে আকৌ ক'লে,— "হুঁয়ে, শুনিছনে নাই ? কালি একো...।" এনেতে বাঘিনীয়ে "ঘেঁ..." কৰি উঠিল। ফুকনে বুজিলে যে আজি কথা সুকীয়া ধৰণৰ। খাবলৈ পোৱাৰ আশা নাই। সি সুৰসুৰকৰে তাৰ পৰা আঁতৰি গ'ল।

তাৰ পাছদিনা শ্ৰীযুত মেওবাম নগতা ফুকন বৰকথকী আকৌ উপস্থিত হ'লহি। বাঘিনীৰ মন মৰা! তথাপি ভাবি-গুণি দি তাইৰ পৰা কিবাকিবি লৈ থাকে। বাঘিনীৰ এতিয়া এনে অৱস্থা যে লোকে যিহকে কয় তাই তাকে কৰে, কোনো কথা নিজে ভাবি চাব নোৱাৰে।

সেইদিনাৰ পৰা বৰকথকীয়ে বাঘিনীৰ চোঙৰ ওচৰতে গছ এজোপাৰ খোন্দত থাকিবলৈ ল'লে। খোৱাৰ ভাবনা নাইকিয়া হ'ল। বাঘিনীয়েই তাক খুৱায়।

এইদৰেই দিন যাবলৈ ধৰিলে। বাঘিনীয়ে চিকাৰ কৰি আনে, বোন্দাই তাৰ আগ-ভাগ লয়। কিছুদিন এই দৰে যোৱাৰ পাছত এদিন বাঘিনীয়ে ক'লে,—"ফুকন, আজি···।" বাঘিনীৰ কথা অন্ত হোৱাৰ আগেয়ে ফুকনে ক'লে,—"মই তোক আগেয়ে কৈ থৈছোঁ নহয়, যে মোক বৰকথকীদেউ বুলিলেহে মই ভাল পাওঁ। বাক কি ক'ব খুজিছিলি এতিয়া ক।" বাঘিনীয়ে ক'লে,—"সেইষাৰ কথা দেখোন মুখৰ পৰা নোলায়েই। আজি মোৰ জ্বৰ-জ্বৰ যেন লাগিছে, কিবা বোলেনে বৰচহকীদেউ, তুমিয়েই কিবা এটা মাৰিব পাৰিবা নে? লাগিলে, মই গৈ লৈ আহিমগৈ।" বোন্দাই বৰচহকীদেউ বোলাত ভালহে পালে। টপৰাই মাত লগালে—"কি কথা আছে। মই এতিয়াই বুজন চাই কিবা এটা মাৰি থৈ আহিম।" ইয়াকে কৈ চিকাৰলৈ ওলাল।

এতিয়া ফুকনে চিকাৰ কৰে কি? বৰ বৰ কথাত যদি কিবা জন্তু মৰিলহেঁতেন, তেন্তে সি হাতী ঘোং বহুত মাৰিব পাৰিলেহেঁতেন। এইবোৰ জন্তুৰ যদি অলপ লাজ-চৰম থাকিলহেঁতেন? হুঁটা মাতেও ইহঁতক বধিব নোৱাৰে! জন্তু মাৰিবলৈ হ'লে নখ দাঁত লগাব লাগে। তাৰেই সকতে সি নিগনি মাৰিছিল। ডাঙৰ হোৱাৰ পৰাই গুৱালৰ ঘৰতে চলিছিল। কটা, গুৱালে যদি ভগা দোন্‌টোৰে দৈৰ চকটো নাঢাকিলেহেঁতেন! যক, সেই কথা ভাবি লাভ কি? গুৱালৰ হাতৰ পৰা সাৰিবলৈ গৈ দেশান্তৰী হ'ব লগা হ'ল। আহি পৰিল

ঘাঘিনীৰ আগত। ভাগ্যে ডগা ঠোনটো আছিল, বুদ্ধিটোও ওলাল ভাল। বাঘিনীয়ে যদিও তাৰ কথা বিশ্বাস কৰিলে, তথাপি বাঘৰ তয়ত ফুকন অলপ ভয়ে ভয়ে ফুৰে। ফুকনক খেদা মাৰিবলৈ গৈ বাঘ মৰিল। উঃ, কি খেদাটোকে দিলে সেই দিনা! সিমানকৈ ঘাগি দিব নোৱৰা হোৱা হ'লে, সেই দিনাই আধ্যা পৰিলহেঁতেন। তাৰ পাছত কত দিন ভালে ভালে গ'ল। আজি বাঘিনীৰ গাটো বেয়া হ'বলৈ কিহে পালে? মৰা জন্তু কিবা এটা যদি পায়, ভালেই, নহ'লে বাঘিনীৰ ওচৰৰ পৰা আজিয়েই বিদায়! তাতেই বা বিশেষ ক্ষতি হ'ব কি? আকৌ ভাল চাই শুৱালৰ ঘৰ এটা বাছি লব পাৰিলেই দিন ভালকৈ চলি যাব। কেইটামান দিন তেও কোনো জঞ্জাল নোহোৱাকৈ গ'ল।

বোন্দাটোৱে গোটেইখন হাবিত মৰা-জন্তু বিচাৰি চলাথ কৰিলে। ক'তো একো নাপালে। শেষত গৈ বৰ ওখ গছ এজোপাত উঠি চাৰিওফালে চাই পঠালে। বাঃ, আজি কি শুভদিন! কেইটামান মানুহে বৰ ডাঙৰ মৰা ম'হ এটা পেলাবলৈ হাবিৰ কাষলৈ সাঙ্গী ভাৰ কৰি আনিছে। মানুহকেইটাই ম'হটো পেলাই থৈ যোৱাৰ পাছত ফুকন গছৰ পৰা নামি আহি তাৰ পিঠিত পেটত কেইটামান আঁচোৰ ভালকৈ মাৰি লৰালৰিকৈ ফোঁপাই-জোপাই বাঘিনীৰ ওচৰ পাই ক'লে,—"উঃ, তোৰ গাটো বেয়া হৈ আজি মোক যে কি কষ্ট দিলি! গোটেই হাবি বিচাৰি একো নাপালোঁ। জন্তুবোৰে মই চিকাৰলৈ ওলাইছোঁ বুলি গম পাব পায় দেই! ভাগ্যে হাবিৰ কাষত ম'হ পোৱালি এটা আছিল। সেইটোকে মাৰি থৈ অহিছোঁ। বিচাৰোঁতেহে যি কষ্ট পালোঁ। বধাটো একো কথাই নহয়। যা, তই লৈ আহগৈ। পাছে, হেৰ আই! ভালকৈ যাবি দেই। মই একা সেই খণ্ডত নৰ-মনিচ ফুৰা দেখিছোঁ। কোনোটোৰ হাতত হিলৈ থাকিলে তোৰ কাললৈ টোঁৱাই ধুম কৰিব লাগিলে, তই তাতে দাঁত নিকটাবলগীয়া হ'ব পাৰে।"

বাঘিনীয়ে গৈ দেখে, কি ভয়ঙ্কৰ ম'হ এটা ফুকনে মাৰি থৈ গৈছে! ফুকনৰ শৰীৰত চাগৈ কিমান বল! নহ'বনে বা কি কথা? যি বৰডেকাক মাৰি গছত ওলোমাই থব পাৰে সি যে ইমান ডাঙৰ ম'হ এটা মাৰিব পাৰিব তাত সন্দেহ কৰিবলগীয়া কি আছে? তেও ফুকনে বোলে ম'হ পোৱালি এটাহে মাৰি থৈ আহিছোঁ!

বাঘিনীয়ে কথমপিহে ম'হটো দাঙিব পাৰিলে, আৰু পিঠিত তুলি লৈ কেঁকো-জোকোকৈ আনি চোং পোৱালেহি। তাৰে দৰনি-পিটি কেইবাদিনো আটাইয়ে খালে।

আজিলৈ আৰু থাকক মইনা, বাকীখিনি কাইলৈ কম। আজি ভাত খাবৰ হ'ব পায়।

ইমান পৰ মইনাই তথা লাগি শুনি আছিল। আনকি, শলাগিবলৈকো পাহৰিলে।

মইনা—নহয় দাদা, আজিয়েই কওক বৰ ভাল লাগিছে। বাৰু, ভাত হৈছেনে নাই মই চাই আহোঁগৈ।

এই বুলি মইনাই লৰ মাৰি গৈ উভতি আহি ক'লে,—"ভাত এতিয়াও হোৱা নাই! দাদা, বাকীখিনি কওক।"

দাদা—বাৰু, শুনা তেন্তে। তাৰ পাছত বহুত দিন গ'ল। বাঘিনীয়ে চিকাৰ কৰি আনে, আটাইবোৰে খায়। এনেকৈ বহুত দিন একে ঠাইতে থকাত সেই অঞ্চলত আৰু চিকাৰ পাবলৈ নোহোৱাত পৰিল। একোদিনাখন বাঘিনীয়ে চিকাৰ নাপায়, আটাইবোৰে লঘোনে থাকিবলগীয়া হয়। ভাবি-চিন্তি বাঘিনীয়ে ক'লে,—"ফুকন,···"। ফুকনে ক'লে,—"বৰকথকীদেউ বুলিবলৈ কৈছিলো নহয়?" বাঘিনীয়ে ক'লে,—"বাৰু, বাৰু, কিবা বোলেনে বৰকথীয়াদেউ, ইয়াত চিকাৰ পোৱা কঠিন হ'ল। চোঙো বহুত দিন সলোৱা নাই। আমি বৰ-নৈৰ সিপাৰে চোং লওঁগৈ, কি বোলা?" ফুকনে ক'লে,—"তাত একো কথা নাই।" কিন্তু নতুন উপাধিটো পাই ফুকন বৰ সন্তুষ্ট নহ'ল।

বাঘিনীয়ে পোৱালিহাল টৈল ফুকনেৰে সৈতে নৈ পালেগৈ আৰু আটাই কেইটাই পানীত নামি শ্রৈৰ সিপাৰলৈ বুলি সাঁতোৰ মেলিলে। ফুকনে বাঘিনীৰ সমানে সাঁতুৰিব নোৱাৰি পিছ পৰিল। বাঘিনীয়ে পাৰত উঠি দেখে, ববকথকী ফুকনটো একোবাৰ তললৈ যায়, কক-বকাই ওপৰলৈ উঠে, আকৌ তললৈ যায়। এই অকণমান জন্তুটোলৈ তাইৰ মৰম লাগি, সাঁতোৰ মাৰি, কামোৰ মাৰি ধৰি আনি পাৰত পেলালেহি। ফুকনে উঠিয়েই ঠাঁচ-ঠাঁচকৈ বাঘিনীক চৰ সোধাই দিলে। বাঘিনীয়ে থত্-মত্ খাই ক'লে,—"তোমাৰ আকৌ কি হ'ল? তুমি সাঁতুৰিব নোৱৰা দেখি···।" বাঘিনীৰ কথা অন্ত হ'বলৈ নৌ পাওঁতেই ববকথকীয়ে মাত মাতিলে,—"অঁ, মই সাঁতুৰি এই খালটো হেন নৈখন পাৰ হ'ব নোৱাৰোঁ! বাৰু জনী অ'! এই পাৰ হ'ব পাৰে, মই নোৱাৰোঁ! তই যে দেখিছিলি, মই পানীৰ তললৈ যোৱা, কথাটো হৈছে কি, মোক সকলোৱে কত কথা সোধে,- বোলে ববকথকীদেউ, অমুকটো কি, তমুকটো কি? মই কেতিয়াবা যথাযথ উত্তৰ দিব নোৱাৰি বৰ লাজ পাওঁ। সিদিনা, তইঁতে কি বোল জানো, ঘোং নে কি সেইটোৱে সুধিছিল, বোলে হয়নে ফুকনদেউ ববকথকী ডাঙৰীয়া, পানীৰ তলত চিকাৰ পায় হেনো। আজি পানীত যেতিয়া নামিলোঁৱেই বোলোঁ কথাষাৰৰ উৱাদিহ এটাকে লওঁ। এবাৰ তললৈ চাওঁতেই দেখোঁ তলিত জলকুঁৱৰীয়ে বহি মূৰ মেলাইছে। ভাবিলোঁ, এইৰ পৰাই সম্ভেদটো লওঁ। মই তললৈ বুৰ মাৰোঁতেই তাই দেখোন কেনিবা গ'ল! তাই মোৰ এই বৃহৎ শৰীৰটো দেখি ভয় খাব পায় দেই! মাইকী জাতি নয়হ! লাজেই কৰিলে বা তাকো ক'ব নোৱাৰি। তাই কেনি গ'ল বিচাৰি, মই এবাৰ তলত চাওঁ, এবাৰ ওপৰত চাওঁ। তই ভাবিলি হবলা এতিয়া ববকথকীদেউ ডুবি মৰে! তোৰো বুদ্ধিটো! নহ'লেনো তোৰ এনে গতি হয়নে? তই মোক পানীৰ পৰা আনি বৰ বেয়া কৰিলি। তই ধৰোঁতেই মই বোলোঁ এইক সেকা এটা দিওঁয়েই

নে কি? পিছে পানীত জোঁটা-পোটা কৰিব নাপায়, সেইদেখিহে তই আজি সাৰিলি! তই মোক ননা হ'লে, মই কথাটোৰ মীমাংসা এটা আজিয়েই কৰি থব পাৰিলোঁহেঁতেন। আজি তিতা পাৰেই আকৌ জলকুঁৱৰীক বিচাৰি চালোঁহেঁতেন। পাছে, তাই যিহে লুকাভুমুকাখন কৰিলে, এতিয়ামানে তাই কোন ধুবুৰী পালেগৈ তাৰ কি চিন আছে? তই আগলৈ আৰু কেতিয়াও মোৰ কামত হেতা-ওপৰা নকৰিবি।"

বাঘিনীয়ে চৰ খাই আৰু ফুকনৰ মাত শুনি কি কৰিব, সেমেনা-সেমেনি কৰি থাকিল। তাৰ পাছত সিহঁতে গৈ সুবিধা চাই চোং এটা ল'লে।

বাঘিনীয়ে প্ৰথমতে দিনে একোটাকৈ জন্তু মাৰি আনিছিল। লাহে লাহে ইয়াতো চিকাৰ পোৱা টান হ'ল। এই হাবিৰ জন্তুবোৰ বৰ শহা-কণীয়া। দিনৰ দিনটো থাপ দিহে কেতিয়াবা একোটা জন্তু মাৰিবলৈ পায়। এই হাবিত যে জন্তু নাই, এনেও নহয়। বাঘিনীয়ে এদিন ভাবিলে যে গোটাদিয়েক জন্তু যদি একেলগে মাৰি লব পাৰে, তেন্তে কেইবাদিনো দকচি খাই থাকিব পাৰিব। ইয়াকে ভাবি ফুকনক ক'লে,—ইয়াত জন্তু বহুত আছে দেও, পাছে মাৰিবহে নোৱাৰি। মই যদি এজালৰ পৰা খেদাই আনো, তেন্তে তুমি কেইটামান মাৰিব পাৰিবা নে? মাৰিব পাৰিলে আমি দিন-দিয়েক মহাসুখেৰে খাই থাকিব পাৰোঁ।" ফুকনে ক'লে—"তাত একো কথাই নাই, এতিয়াই ওলা। সৰু জন্তু হ'লে নানিবি দেই। মই চিকা মাৰি হাত গোন্ধোৱাব নোৱাৰোঁ।"

তাৰ পাছত দুয়ো ডাঠ হাবিত সোমালগৈ। ফুকনে ভাল চাই গছ এজোপাৰ গুৰিত বহি কাণ থিয়কৈ আছে। যদি কিবা আহে জাপমাৰি গছত উঠিব পাৰিব। কিন্তু আজি ৰৰকথকীদেৱৰ দিন বেয়া। তেওঁ মন কৰিবলৈ নহ'ল যে তেওঁ পৰি থকা বাঁহ এডালৰ আগ এটাৰ ওচৰতে ঠাই লৈছিল। বাঘিনীয়ে সিকালৰ পৰা এজাক

হাতী খেদি আনিলে। হাতী এটাৰ ঠেং দৈবাৎ বাঁহটোৰ গুৰিৰ কালে পৰাত, বাঁহৰ আগটো ছিটিকি গৈ ফুকনৰ পেটত কোব মাৰি নাড়ি-ভুঁক সকলোবোৰ উলিয়াই পেলালে।

মইনা—আই ঐ দেহি!

দাদা—এৰা, আই ঐ দেহি! তাৰ পাছত—বাঘিনীয়ে মনতে ভাবি আছে ফুকনে আজি এটা কি দুটা হাতী মাৰি খৈছে। আহি দেখে, ফুকনৰ এনে অৱস্থা। বাঘিনীয়ে সুধিলে,—"ফুকন, তোমাৰ কি হ'ল?" বৰকথকী ফুকনে উত্তৰ দিলে,—'আই হে, তই যি কেইটাহে জন্তু খেদি আনিছিলি, দেখি মই হাঁহোতে হাঁহোতে পেটৰ নাড়ি-ভুঁক ছিগি খা—কি—ল।" তাৰ পাছত ফুকনে দাঁত নিকটাই ঢলি পৰিল।

বাঘিনীৰ দুই চকুৰেদি দুধাৰি লোতক বৈ গ'ল। লাহেকৈ কামোৰ মাৰি ধৰি, গাঁত এটাত ফুকনক পেলাই দি, তাৰ ওপৰত গছ-পাত এসোপা দি বাঘিনী চোওলৈ গ'লগৈ।

মইনা—তাৰ পাছত?

দাদা—আৰু নাই। এতিয়া ভিতৰলৈ যাওঁ ব'লা।

মইনাই হুমুনিয়াহ এটা কাঢ়িলে।

[ ৩ ]

সাধু শুনি মইনাৰ লতা লাগিছে। আজি গধূলিও আহি দাদাক সাধু ক'বলৈ খাটিলে। দাদায়ো ভাল পাইছে। সাধু শুনাৰ ধাউতিতে মইনাই পঢ়িবলগীয়া খিনি ভালকৈ শিকি থয়। দাদাই কালি দিয়া সক নেওতাখন আকৌ সুধিলে, তাৰ পাছত এশৰ ওপৰৰ নেওতা, আৰু এটা বাশি এৰি তাৰ পাছৰটো মাতিবলৈ শিকালে। অঙ্কৰ পাঠ শেষ হ'লত পঢ়া পুথিৰ শব্দৰ বানান সুধি এটাই, সাধু ক'বলৈ আৰম্ভ কৰিলে। মইনাই শলাগি গ'ল।

বুদ্ধিমতীৰ কথা।

আজি যিটো সাধু কম, সেইটো হৈছে এখন বৰ চেঁচা দেশৰ কথা। আমাৰ ইয়াত কুঁৱলী পৰাৰ দৰে তাত জাৰকালি বৰফৰ কুঁৱলী পৰি মাটিত চটা বান্ধি থাকে। তাৰ ওপৰেদি মানুহে নাও যেন কাঠৰ জোতা পিন্ধি পিছলি পিছলি যায়।

এইখন দেশৰ মানুহৰ দস্তুৰো সুকীয়া। তাৰ মানুহে মেজৰ ওপৰত থৈ আহাৰ খায়। আমাৰ ইয়াৰ দৰে তিৰোতা মুনিহৰ আগত মুলুকায়। মতাই-মাইকীয়ে একেখন মেজতে খায়। মতাবোৰে মদো খায়।

এনে এখন দেশত ধনবৰ আৰু মেমেৰা নামে এহাল ককাই-ভাই আছিল। ধনবৰ বয়সত ডাঙৰ আৰু চহকী। মেমেৰা মেমেৰাই, আৰু দাল-দৰিদ্ৰ। মেমেৰাৰ এজনী জীয়েক আছিল, তাইৰ আচল নামটো কি কোনেও ক'ব নোৱাৰে, সকলোৱে মাতে অকণমানী বুলি। আমাৰ সাধুৰ আৰম্ভৰ সময়ত যদিও তাইৰ বয়স ১৭ বছৰ, তথাপি তাইক সকলোৱে অকণমানী বুলি মাতে। তাইৰ খাই নামটো নো কি কোনেও কেতিয়াও সুধি উলিওৱা নাই।

ধনবৰৰ চেৰেলা গাই এজনী আছিল। জাৰকালি বৰফ পৰি ঘাঁহবোৰ মৰি যোৱাত চৰিবলৈ নাপাই গাইজনী খীণাই মৰো মৰো যেন হ'ল। ধনবৰে চালে ঘাঁহ কিনিবলৈ হ'লে পইচা খৰচ হ'ব। গাইজনী ইমান শুকাই গৈছে যে ঘাঁহ দিলেও আকৌ ভাল হয়নে নহয় তাৰ ঠিকনা নাই। যদি মৰে তেন্তে তাইক পেলাওঁতে কেইআনা মান পইচা খৰচ হ'ব। তাতকৈ লোকক দান কৰাই ভাল। ইয়াকে ভাবি সি মেমেৰাক গাইজনী দি দিলে। অকণমানীয়ে গাইজনীক নিজ হাতে খেৰ খুৱায়, ক'ত কি এডাল বন বা' গছপাত

পায় আনি দিয়ে, ভাতৰ নিলনি খাবলৈ দিয়ে, মাজে সময়ে লোণ চেলেকায়, কটা খৈলা সি বাতিৰ কাপোৰ দিয়ে। এনেকৈ সকলো প্ৰকাৰে প্ৰতিপাল কৰাৰ ফলত গাইজনী চকুত লগা হ'ল। আৰু কালক্ৰমত তাই পোৱালি এটা দিলে। গাইজনী চিকুণ হৈ পোৱালি দিয়াত ধনবৰে মেমেৰাক ক'লে,—"মই গাইজনী তোক তালাপী কৰিবলৈহে দিছিলোঁ।" মোৰ গাই এতিয়া মোক দি দে।" মেমেৰা আচৰিত হ'ল, ককায়ে কয় কি। সি ক'লে,—ককাই, গাইজনী মৰিলে ধন ভাঙি পেলোৱাৰ লাগিব বুলিহে, মোলৈ মৰম দেখুৱাই তুমি মোক গাইজনী দিছিলা। আগেয়েতো তুমি মোক কুটা এগছো দিয়া নাই। অকণমানীয়ে প্ৰতিপাল কৰাত গাইজনী চিকুণ হ'ল, এতিয়া পোৱালি এটা দিছে। তোমাক মই এতিয়া গাইজনী ঘূৰাই দিব লগা হ'ল! ধৰ্ম্মমতে তুমি গাইজনী পাব নোৱাৰা।" ধনবৰে কিন্তু নেৰে, আৰু যেতিয়া মেমেৰাই থাটাংকৈ নিদিওঁ বুলি কৈ দিলে, সি কাজিৰ ওচৰত গোচৰ দিলেগৈ।

মইনা—কাৰ্জি কি ?

দাদা—কাজি হৈছে বিচাৰক। মানুহৰ মাজত দন্দ লাগিলে বিচাৰ কৰি দোষীক দণ্ড দিয়ে। কাজিয়ে টেকেলা পঠাই মেমেৰাক মতাই অনালে। মেমেৰাই যেতিয়া সকলোখিনি কথা কাজিৰ আগত বিৱৰি ক'লে, কাজিয়ে বুজিলে যে ধনবৰে গাইজনী পাব নোৱাৰে। কিন্তু মেমেৰাৰ জীয়েক আন-কথাত নো কেনে পাকৈত তাকে জুখিবৰ মনেৰে ক'লে,—"মই তোমালোকক দিনে এটাকৈ তিনদিন তিনটা সাঁথৰ দিম, যেয়ে যথাৰ্থ উত্তৰ দিব পাৰা সেয়ে গাইজনী পাবা।" এই কথাত দুয়ো মান্তি হোৱাত প্ৰথম দিনৰ সাঁথৰ দিলে, "সবাতোকৈ বেগী কোন ?—কাইলৈ দুপৰীয়া আহি মোক কবা।" সাঁথৰটো শুনি ধনবৰৰ বৰ বং লাগিল, মেমেৰাৰ মুখ শুকাই গ'ল। ধনবৰে বং মনে ঘৰ পালেগৈ, মেমেৰাই আমন-জিমনকৈ তাৰ ঘৰা পালেগৈ।

বাপেকক মন-মাৰি অহা দেখি, অকণমানীয়ে সুধিলে,—"পিতাই, কি হ'ল?" মেমেৰাই সকলো কথা ভাঙি-পাতি কৈ, ক'লে,—"ককাইৰ বিদ্যা-বুদ্ধি মোতকৈ বেছি, তেওঁ ঠিক উত্তৰ দিব পাৰিব, মই মুকথে এইটো সাঁথৰৰ কি ভাঙনি দিম? তই ইমান কৰিও যে গাইজনী নেপালি, মোৰ এইটোৱেই বেজাৰ।" তেতিয়া অকণমানীয়ে ক'লে, —"গাইজনী নিয়ে যদি নিব, কি কৰিবা পিতাই! কিন্তু ভাবিবলৈ এতিয়াও বহুত সময় আছে। আজি আবেলিটো আছে, কাইলৈ পুৱাটো আছে। ৰাতি নিজম পৰিলে, মন থিৰ কৰি কথা ভাবিব পাৰি, তেতিয়া বুদ্ধিও ওলায়। আহাঁ, এতিয়া জলপান খোৱাঁহি। ভাবি-চিন্তি পাছে-পৰেও সাঁথৰটোৰ ভাঙনি এটা উলিয়াব লাগিব।"

পাছদিনা মেমেৰা যেতিয়া কাজিৰ তালৈ যাবলৈ ওলাল, অকণমানীয়ে ক'লে,—"পিতাই, তুমি ক'বাগৈ যে মন সকলোতকৈ বেগী, সি তিলেকতে ত্ৰিভুবন ঘূৰি আহিব পাৰে।" কথাটো শুনি মেমেৰাই বৰ ৰং মনেৰে কাজিৰ ঘৰ পালেগৈ। ধনবৰেও মিচিকি মিচিকি হাঁহি সেইখিনি পালেহি। কাজিয়ে ধনবৰক সাঁথৰটোৰ ভাঙনি সুধিলত সি হাঁহি হাঁহি ক'লে,—"মোৰ ঘোঁৰা এজনী আছে তাইতকৈ কোনো বেগী হ'ব নোৱাৰে। অইন কি, তাই ধুমুহাকো চেব পেলাই যায়।" তাৰ পাছত কাজিয়ে মেমেৰাক সুধিলত, সি ক'লে,—"মন হৈছে সবাতোকৈ বেগৱন্ত। তিলেকতে সি ত্ৰিভুবন ঘূৰি আহিব পাৰে।" এই জুকলা-জুপুৰা হজুৱাটোৰ পৰা এনে বুদ্ধিৰ উত্তৰ শুনি, কাজিয়ে বুজিলে যে এইটো উত্তৰ তাৰ জীয়েকে শিকোৱা। তথাপি কথাটো খাটাং কৰিবৰ অৰ্থে সুধিলে,—"এইটো উত্তৰ তোমাৰ নিজৰ নে?" মেমেৰাই ক'লে যে সাঁথৰৰ ভাঙনিটো অকণমানীয়ে উলিয়াইছিল।

তাৰ পাছ দিনৰ সাঁথৰ হ'ল—"পৃথিৱীত সকলোতকৈ শকত কোন কোন?" আজিও ধনবৰ মনত ৰং আৰু মেমেৰাৰ মন মৰা। বাপেকক মন-মাৰি অহা দেখি অকণমানীয়ে সুধিলে,—"পিতাই, কি হ'ল? সাঁথৰৰ উত্তৰ ঠিক হ'লনে?" বাপেকে ক'লে,—"হ'ল, কিন্তু

কাইলৈৰ সাঁথৰ বৰ টান। ককায়ে কত দেশ দেখিছে, তেওঁ ক'ব পাৰিব পৃথিৱীত সকলোতকৈ শকত কোন। মই গাঁৱৰ পৰা বাজলৈ ওলোৱা নাই, পৃথিৱীত ক'ত কি আছে একো দেখা নাই, পৃথিৱীৰ ভিতৰত সকলোতকৈ শকত কোন, কেনেকৈ কম? তয়ো তো একো দেখা নাই, দেখা হ'লে তয়েই শিকাই দিব পাৰিলিহেঁতেন।" মিচকিয়া হাঁহি মাৰি অকণমানীয়ে ক'লে,—"তাৰ পৰা একো ক্ষতি নহয়, পিতাই। ভাবি চাবৰ এতিয়াও বহুত সময় আছে। সময়মতে দুখীয়াৰ বন্ধু ভগৱানে বুদ্ধি যোগাব।"

পাছ দিনা মেমেৰা কাজিৰ ঘৰলৈ যাবলৈ ওলালত অকণমানীয়ে ক'লে,—"তোমাক সুধিলে পিতাই, তুমি ক'বা যে পৃথিবীত পৃথিৱীতকৈ কোনো শকত নাই। পৃথিবীয়ে সকলোকে আহাৰ যোগায়, তথাপি খীণাই নাযায়।"

সেইদিনা কাজিৰ আগত ধনবৰে ক'লে যে তাৰ গাই এজনী আছে, তাই ইমান শকত যে পৃথিৱীত তাইতকৈ একো শকত হ'ব নোৱাৰে। মেমেৰাৰ পাল পৰিলত জীয়েকে শিকোৱা উত্তৰটো সি ক'লে। কাজিয়ে আজি সুধিলে,—"এই উত্তৰটো তোমাক কোনে শিকালে?" মেমেৰাই ক'লে যে তাৰ জীয়েক অকণমানীয়ে উত্তৰটো ভাবি উলিয়াইছিল। কাজিয়ে কথাটো শুনি বৰ আনন্দ পালে।

শেষ দিনৰ সাঁথৰ হ'ল,—"আম্যালৈ সকলোতকৈ মৰম কাৰ?" ধনবৰে ভাবিলে এইবাৰ সি নিশ্চয় জিকিব। মেমেৰাই মন-মাৰি ঘৰ পালেগৈ। সেইদিনা কি হ'ল, অকণমানীয়ে সোধাত, মেমেৰাই ক'লে,—"আজিও তই শিকাই দিয়াটো উত্তৰেই ঠিক হ'ল, পাছে কাইলৈৰ সাঁথৰটো আৰু টান। তাৰ উত্তৰ ইমানবোৰ হ'ব পাৰে, কোনটোনো ঠিক মই বুজিবই পৰা নাই। সাঁথৰ দিছে,—"আমালৈ সকলোতকৈ মৰম কাৰ? এবাৰ ভাবিছিলোঁ, উত্তৰ দিম,— 'অকণমানীৰ গাইজনীলৈ যেনে মৰম, তেনে মৰম কেতিয়াও কাৰো

হ'ব নোৱাৰে।' তেনেকৈ ক'লে জানোচা গাইজনী দিয়েই দিয়ে। তাতো এটা লেঠা। সাঁথৰ হৈছে, 'আমালৈ কাৰ মৰম?' অইনলৈ নহয়। কি উত্তৰ দিম ভাবি একো উৱাদিহ পোৱা নাই। কয় নে কি আই, অকণমানীৰ মোলৈ যিমান মৰম তাৰ সমান মৰম কাৰো পতি কাৰো নাই। এইটো উত্তৰেই হ'ব নে, মোৰ আইজনী?" হোজা বাপেকৰ কথা শুনি অকণমানীয়ে নহঁহাকৈ নোৱাৰিলে। হাঁহি হাঁহি ক'লে,—"বাৰু পিতাই, তোমাৰ এতিয়া মূৰ ঘমোৱাৰ একো প্ৰয়োজন নাই।" অসহায়ৰ সহায় ভগৱানে সময়ত উত্তৰ যোগাব। ভাবিবলৈ এতিয়াও কেইবা ডাঁৰো সময় আছে। আবেলি ভোথৰ আছে, দীঘল ৰাতিটো আছে, গোটেই পুৱাটো আছে। দিন পালে ক্ষণ পায়। ক্ষণ পালে মানুহে আনকি অজৰ-অমৰ হ'বৰ উপায়ো উলিয়াব পাৰে। এতিয়া ব'লা পিতাই, জলপান দুটামান খোৱাগৈ। ভাৱনা-চিন্তাত তোমাৰ মুখ তেনেই শুকাল।"

পাছ দিনা বাপেক কাজিৰ ঘৰলৈ যাবলৈ ওলাব খোজোঁতে জীয়েকে ক'লে,—"পিতাই, তুমি ক'বা, টোপনিৰ আমালৈ সকলোতকৈ মৰম। টোপনিৰ কোলাত যেতিয়া আমি থাকোঁ, তেতিয়া আমি সকলো দুখ-ভাগৰ পাহৰি যাওঁ।

সেইদিনা কাজিৰ আগত ধনবৰে ক'লে,—"আমালৈ তিৰোতাৰ আটাইতকৈ মৰম। মোৰ ঘৰৰ ঘৈণীয়ে মোক যেনে মৰম কৰে, তেনে মৰম কোনেও কাকো কেতিয়াও কৰিব নোৱাৰে।" মেমেৰাই জীয়েকে শিকোৱাৰ দৰে ক'লে। তাৰ উত্তৰ শুনি আজিও কাজিয়ে সুধিলে,—"তোমাক এই সাঁথৰৰ ভাঙনি কোনে শিকালে।" সি জীয়েকৰ কথা ক'লে।

তিনিও দিন সাঁথৰৰ ভাঙনি ঠিক হোৱাত মেমেৰাই গাইজনী পালে আৰু ধনবৰে ওঁঠ চেলেকি, সেমেনা-সেমেনি কৰি ঘৰলৈ গ'ল।

কাজিয়ে ভাবিলে, অকণমানী বৰ বুদ্ধিমতী ছোৱালী। তাই তেওঁৰ তিৰোতা হ'বৰ সম্পূৰ্ণ উপযুক্তা। খোজা-বঢ়া কৰাৰ পূৰ্বে

তাইক আৰু পৰখ কৰাৰ অভিপ্ৰায়ে চালনী এখনত কেইটামান কণী আনি দি মেমেৰাক ক'লে,—"এই কণীকেইটা জীয়েৰাক দিবা, এই কণীৰ পৰা পোৱালি জগাই কাইলৈ বাভিপুৱা মোক ইমানখিনি পোৱালি দি যাবহি।"

মেমেৰাই গকজনী পাই বৰ আনন্দ পাইছিল। কিন্তু কাজিয়ে কণী জগাবলৈ দিয়াত মুখ শুকাই গ'ল। কণীৰ পৰা পোৱালি জগোতে কুৰিদিন মান লাগে। জানো এইবোৰ কি কথা কয়! ডাঙৰ মানুহ, উত্তৰা-উত্তৰি কৰিবলৈকো ভয় লাগে। উপায় নাপাই মেমেৰাই মন-মৰা হৈ কণীৰ চালনীখন লৈ জীয়েকৰ ওচৰ পালেগৈ। বাপেকক দেখি অকণমানীয়ে সুধিলে,—"পিতাই, আজি কি হ'ল?" মেমেৰাই ক'লে,—"গাইজনী আমাকে দিলে। পাছে আমাৰ বিপদ এতিয়াও যোৱা নাই। চাচোন, কিথন কৰিছে? তই হেনো এই কণীকেইটাৰ পৰা পোৱালি জগাই কাইলৈ পুৱাই কাজিক দি আহিবগৈ লাগে। ডাঙৰ মানুহৰ কথা, নহ'লে বলিয়াকে বুলিলোঁহেঁতেন। কোনোবাই বাৰু এদিনতে কণীৰ পৰা পোৱালি জগাব পাৰে নে? নোৱাৰোঁ বুলিবলৈকো ভয় লাগিল। হাকিম মানুহ, কথা নুশুনিলে ফাটেকত ভৰাই থব। তই এতিয়া যি পাৰ কৰ। এইটোৰ উপায় হ'লে মোৰ বুধিয়ে ঢুকি পোৱা নাই।"

অকণমানীৰ বুজিবলৈ বাকী নাথাকিল যে এইবাৰ পৰীক্ষাৰ প্ৰশ্ন তাইলৈ পোন-পটিয়ে আহিছে। ইমান দিন বাপেকৰ জৰিয়তে পৰীক্ষা চলিছিল। এতিয়া আৰু লুক-ঢুক নাই। একো কথা নাই, তায়ো চুঙা চাই সোপা দিব। অকণমানীয়ে কণীকেইটা ভিতৰত থৈ, ডলা এখনত একঠামান ধান আনি বাপেকক দি ক'লে,— "পিতাই, তুমি এইখিনি কাজিক দি আহাগৈ। তেখেতে যেন এই ধান সিঁচি, তাৰ পৰা হোৱা নতুন ধান আজিৰ ভিতৰতে পঠাই দিয়ে। এনে ধান খাবলৈ নাপালে পোৱালিকেইটা এখন্তকো জীয়াই নাথাকে।"

মেমেৰাৰ মুখত এই কথাবোৰৰ অৰ্থ মুঠেই নোসোমাল। বপুৰাই ভাবিলে, অকণমানীও বলিয়া হ'ল। তাইৰ বুদ্ধি বেছি, জানোচা এনেকৈ খান গজাব পাৰিয়েই। সি গৈ কাজিক খানখিনি দিলে। কাজিয়ে হাঁহি ক'লে,—"বাক, কণীৰ পৰা পোৱালি জগাব নালাগে। এই কপাহখিনি লৈ যোৱা, কাইলৈ ৰাতিপুৱাৰ ভিতৰতে, এই কপাহৰ কটা সূতাৰে চোলা এটা বৈ দিব লাগে।" অকণমানীয়ে সেই কথা শুনি পিতাকক ক'লে,—"পিতাই, এই তিতা-মৰা গুটি কেইটা লৈ যোৱা, কাজিক দি ক'বাগৈ ইয়াৰ পৰা মৰাপাট কৰি মোক আজি সন্ধিয়া বেলিকা দিব। সেই মৰাপাট মিহলি দিব পাৰিলেহে, এই কপাহৰ পৰা কটা সূতাৰে কাইলৈ ৰাতিপুৱাৰ ভিতৰতে চোলাটো বৈ দিব পাৰিম।" অকণমানীৰে সৈতে চলোৱা বুদ্ধি-যুদ্ধত এইবাৰো কাজিয়ে হাৰি, তেওঁ মনতে বৰ আনন্দ পালে, আৰু অকণমানীলৈ শ্ৰদ্ধা বাঢ়িল। তথাপি অকণমানীক জব্দ কৰিবৰ লোভ সামৰিব নোৱাৰিলে। মেমেৰাক ক'লে,—"বাক, চোলাও বৈ দিব নালাগে। তোমাৰ জীয়েৰাক কাইলৈ পুৱাতে মোৰ গুৰিলৈ আহিবলৈ ক'বা, কিন্তু তেওঁ একো কাপোৰ পিন্ধি নাহিব, বিবস্ত্ৰা হৈয়ো নাহিব, খোজকাঢ়ি নাহিব, কোনো বাহনত উঠিও নাহিব, শুদা হাতে নাহিব, মোলৈ একো হাতভেটীও নানিব।" এইবোৰ বাং-বিং ইহঁতে কি বলকিছে, মেমেৰাই একো বুজিব নোৱাৰিলে। কাজিয়ে কোৱাদি জীয়েকক ক'লেগৈ। অকণমানীয়ে ক'লে,—"একো কথা নাই পিতাই, মই ঠিক সেই ভাৱেৰেই যাম।"

তেতিয়া জাৰকালি, বাটত বৰফৰ চপৰা বান্ধি আছে। অকণমানীয়ে পুৱতি নিশাতে, সকলো কাপোৰ-কানি সোলোকাই থৈ খুব ঘনকৈ বোৱা জাল এখনেৰে গোটেই শৰীৰটো ভালকৈ ঢাকি হাতত এটা কপৌ লৈ, ভৰিত বৰফ-জোতা পিন্ধি পিছলি পিছলি কাজিৰ হাউলি পাই ক'লে,—"অ' কাজিদেউ, অ' কাজিদেউ, আপুনি আহিবলৈ কোৱা বেশেৰেই মই আহিছোঁ! মই কাপোৰ

পিন্ধি অহা নাই, বিবস্ত্রা হৈয়ো অহা নাই, খোজকাঢ়ি অহা নাই, কোনো যানত উঠিও অহা নাই, মই শুদা হাতেও অহা নাই, আপোনালৈ এই কপৌটো আনিছোঁ।" কাজিয়ে হাউলিব পৰা ওলাই কপৌটো লবলৈ হাত মেলোঁতেই, অকণমানীয়ে তেওঁক দিয়াৰ ছলেৰেই কপৌটো উৰাই দিলে। অকণমানীৰ বুদ্ধি দেখি তাইৰ প্ৰতি শ্ৰদ্ধাত কাজিৰ মূৰ দোঁ খাই গ'ল। তেওঁক ইমান আমনি দিয়া বাবে ক্ষমা প্ৰাৰ্থনা কৰি, আথে-বেথে অকণমানীক ঘৰত থৈ আহিল গৈ।

তাৰ পাছত দস্তুৰ মতে খোজা-বঢ়া কৰি কাজিয়ে অকণমানীক দল্‌দোপ-হেন্দোলদোপ্ কৰি বিয়া কৰিলে। বিয়াৰ সময়ত তেওঁ কিন্তু কথা এটা বান্ধি ল'লে যে তেওঁৰ ঘৈণীয়েকে তেওঁৰ কোনো কামত কেতিয়াও হেতা-ওপৰা কৰিব নোৱাৰিব। তেনে কৰিলেই তেওঁ বাপেকৰ ঘৰলৈ উভতি যাব লাগিব। যাওঁতে তেওঁৰ মন খোৱা যেই সেই বস্তু এটা মাথোন লগত নিব পাৰিব।

অকণমানী তাতে মান্তি হ'ল, কিন্তু মেমেৰাই এই কথাৰ বান্ধনিটো ভাল নেপালে। তথাপি তাৰ মনত বৰ আনন্দ। কাজি যেতিয়া জোঁৱাই হ'ল, ককায়েকে আৰু গাইজনী কাঢ়ি নিব নোৱাৰে।

বিয়াৰ পাছত বহুত দিন গ'ল। পৰম সুখেৰে দুইৰো দিন গৈছে। ইটোৰ প্ৰতি সিটোৰ বিশ্বাস আৰু শ্ৰদ্ধা থকা গতিকে, কেতিয়াও কাজিয়া-পেঁচাল লগা নাই। ঘৰৰ ভিতৰত অকণমানী সৰ্ব্বময়ী কৰ্ত্ৰী, বাজত কাজি একনীয়া কৰ্ত্তা। কাজিয়ে অকণমানীৰ কামত হাত নিদিয়ে, অকণমানীয়েও কাজিৰ কামৰ হেতা-ওপৰা কৰা নাই।

এদিন কিন্তু অকণমানীয়ে কাজিৰ কামত মাত মাতিব লগাত পৰিল। কাজিয়ে বিচাৰ কৰোঁতে মানুহ এটাক বৰ উগ্ৰ শাস্তি দিলে। প্ৰকৃততে দোষতকৈ শাস্তি বহুত গুৰুতৰ হ'ল। অকণমানীৰ কাণত এই কথা পৰাত তেওঁ বিচাৰ থলীলৈ আহি সেই দোষীৰ হৈ

কাজিৰ আগত এনে সুন্দৰভাৱে আবেদন জনালে যে কাজিয়ে তেওঁৰ পূৰ্বৰ বায় সলাবলগীয়া হ'ল।

সেইদিনা কাজি ঘৰলৈ আহি ক'লে,—"অকণমানী, তোমাৰ মনত থাকিব পায়, তোমাৰ বিয়াৰ সময়ত আমি কথা বান্ধি লৈছিলোঁ যে তুমি মোৰ কামত হস্তক্ষেপ কৰিব নোৱাৰিবা। তাকে কৰিলে তুমি বাপেৰাৰ ঘৰলৈ উভতি যাব লাগিব, কিন্তু তোমাৰ মনখোৱা মাথোন এটা বস্তুহে নিব পাৰিবা। তোমাৰ ঘৰ চলোৱাত মই কেতিয়াও মাত মতা নাই। পাৰিলে তোমাৰ ইচ্ছাত সহায় কৰিছিলোঁ। মই আশা কৰিছিলোঁ যে তুমিও মোৰ কামত একো হকা-বধা নকৰিবা। কিন্তু আজি দেখিলোঁ মোৰ বাঞ্ছা পূৰণ নহ'ল। এতেকে তোমাৰ ইচ্ছামতে এটা বস্তু লৈ বাপেৰাৰ তালে যাবাগৈ। আজি তুমি ইয়াত থাকা, কিন্তু কাইলৈৰ পৰা তোমাৰ নিমিত্তে এই হাউলিত ঠাই নাই। তোমাক এৰি থাকিবলৈ মোৰ কষ্ট হ'ব, হয়তো মোৰ সংসাৰ অচল হ'ব, কিন্তু মোৰ উপায় নাই, মই কথাৰ লৰচৰ সহিব নোৱাৰোঁ।"

সেই দিনা ৰাতি দুয়ো একে মেজতে আহাৰ খাইছে। দুইৰো মন মৰা, কাজিৰ বেছিকৈ। অকণমানীয়ে আজি তেওঁৰ আল-পৈচান ধৰাত আন দিনাতকৈয়ো বেছি যত্ন লৈছে। যেতিয়াই যি লাগে, সময়ৰ আগতে আগবঢ়াই দিছে। নিজ হাতে তেওঁ গিলাচত মদ ঢালি দিছে। খাই থাকোঁতে কাজিৰ টোপনি আহি বহি থকা চকিতে হলি পৰিল। অকণমানীয়ে কাজিয়ে খোৱা মদত টোপনি অনা গুৰি ঔষধ অলপ মিহলাই নিছিল। তাৰ পাছত তেওঁৰ চাকৰক হুকুম দিলে গাড়ী এখন আনি কাজিক তেওঁৰ বাপেকৰ ঘৰত থৈ আহিবলৈ।

বাপেকৰ ঘৰত ভালকৈ চাৰি-পাটী পাৰি অকণমানীয়ে কাজিক শুৱালে। চাকি এটা জ্বলাই কাজিৰ ওচৰতে তেওঁ বহি থাকিল।

মাজ নিশাৰ পাছত যেতিয়া কাজিৰ টোপনি ভাগিল, গোটেইখন ঠাই তেওঁৰ আচহুৱা লাগিছে। অকণমানীক ওচৰতে দেখি সুধিলে,

"—মই ক'ত আছোঁ?" অকণমানীয়ে ক'লে,—"এতিয়া আপুনি মোৰ পিতাইৰ বহাত। আমাৰ কথা বন্ধা আছিল, মই ইয়ালৈ আহোঁতে মোৰ মন খোৱা বস্তু এটা আনিব পাৰিম। আপুনিয়েই হৈছে মোৰ সবাতোকৈ চেনেহৰ বস্তু, সেইবাবে মই আপোনাকে লৈ আহিছোঁ।" কাজিয়ে ভেতিয়া ক'লে,—"অকণমানী, ময়ো তোমাক এৰি থাকিব নোৱাৰোঁ, সেই বাবে ব'লা আমি নিজ ঘৰলৈ উভতি যাওঁ। তুমি শুচি আহি আমাৰ কথাটোৰ মানো ৰাখিলা।"

কেঁচুজালি দিয়াতে দুয়ো আকৌ নিজ হাউলিলৈ গুচি আহিল। কাগুটোনো কি হ'ল, মেমেবাই একোকে বুজিব নোৱাৰিলে। মাথোন সেইদিনা আন দিনাতকৈ আগেয়ে গাইজনী খীৰালে।

তাৰ পাছত বুঢ়া হোৱালৈকে আৰু তেওঁলোকৰ মাজত কোনো কথাতে মনান্তৰ হোৱা নাই। ক'ৰবাত তেওঁৰ বায়ত অকণমানীয়ে আপত্তি কৰিবলগীয়া হয় বুলি, কাজি বৰ সাৱধান। এতিয়া তেওঁ দিয়া দণ্ড লঘু হ'লেও গুৰুতৰ নহয়। তেনে হলে অকণমানীয়ে মাথোন মিচিকিয়া হাঁহি এটা মাৰে।

## [ ৪ ]

সেইদিনা গধূলি আহি মইনাই ক'লে,—"দাদা, আজি বৰ ডাঙৰ কথা হ'ল।" "কিনো ডাঙৰ কথা হ'ল?" বুলি সোধাত মইনাই ক'লে,—"আজি সৌ হীৰাইঁতৰ ঘৰৰ মুকুতা আহি বৰ ফুটনি মাৰিছিল, তাক বোলে কোনেও থলি-গুটি খেলাত হৰুৱাব নোৱাৰে। ইফালে বপুৰাই কোনটো থলি চেলেকি কোনটো গুটি তুলিব লাগে তাকে নাজানে। মই তাক ভালকৈ হৰুৱাই দিলোঁ।" দাদাই ক'লে,—"বেচ কৰিলা। কথাটো বৰ ডাঙৰেই। বাৰু এতিয়া এশৰ পৰা নেওতা মাতঁা।" মইনাই নেওতা মাতিলত, দাদাই ঘূৰাই

খুৱাই শুৱিলে। তাব পাছত এটা বাশি এৰি তাব পাছবটো মাতিবলৈ দিলে। মইনাই মাতে কিন্তু লাহে লাহে, আৰু মাজে মাজে ভুল হয়। দাদাই লগে লগে মাতিবলৈ ল'লে, মইনাবো মতা খৰ হ'ল। মইনাক আকৌ অকলে মাতিবলৈ দিয়াত মইনাৰ মতা লেহেম হ'ল। দাদাই লগে লগে খৰকৈ মাতিলে। তাব পাছত অইন পাঠ নৈ, দাদাই সাধু ক'বলৈ আৰম্ভ কৰিলে :—

জানন্তা মোমাইৰ কথা।

এক ৰজা আছিল। বৰ ডাঙৰ ৰজা। ৰাজ্যও বৰ ডাঙৰ। ৰাজ্যৰ এমূৰত থিয় হৈ ৰিং মাৰিলে, সিমূৰে ৰিণিকি ৰিণিকিহে শুনি। ৰজাৰ গাটোও ডাঙৰ—মূৰ ডাঙৰ, পেট ডাঙৰ, হাত ডাঙৰ, ভৰি ডাঙৰ, আৰু ডাঙৰ লাওখোলাৰ ভিতৰত এচপৰা মগুহ। কথাটো বুজিলানে ?

মইনা—নাই বুজা, দাদা।

দাদা—তেন্তে কিজানি তোমাৰ মূৰৰ ভিতৰতো ডাঙৰ মগুহ এচপৰা আছে।

মইনা—এতিয়াও নুবুজিলোঁ, দাদা।

দাদা—তাৰ অৰ্থ হৈছে, মানুহৰ লাওখোলাৰ ভিতৰত মগজু থাকিব লাগে, মগুহেৰে যদি লাওখোলাটো ভৰি থাকে, তেন্তে হয় মগজু নায়েই বা নিচেই অলপ আছে, অৰ্থাৎ আমাৰ সাধুৰ ৰজা অকল ৰজাই নহয়, গাধও।

মইনা—অ' দাদা, আপুনি মোক গাধ বুলিলে। মোৰ জানো বুদ্ধি নাই ? মই পাঠ দিব নোৱাৰোঁনে ?

দাদা—পঢ়া দিব পাৰিলেই ল'ৰা গাধ নুগুচে। আৰু বহুত গুণ লাগে। সেইবোৰ তুমি এতিয়া বুজিব নোৱাৰা। তথাপি তুমি গাধ নোহোৱা। মই ক'ব খুজিছোঁ সাধুৰ ৰজা জনৰহে বুদ্ধিটো কম।

ৰজা নাথাকিলে সাধুৰেই নহয়। ৰজা থাকিলে ৰঘ কমকৈ হলেও ৰাণী এজনী লাগে। কিন্তু আমাৰ ৰজাৰ ৰাণী এগৰাকীও নাই, আছিল এক মোমায়েক। মোমায়েকে সকলো কথা জানে।

মইনা—মোমায়েকো দেখিবলৈ ৰজাৰ লেখিয়ানে ?

দাদা—ৰজাৰ লেখিয়া নহয়। যদিও কথাতে কয়, মানুহে মোমায়েকৰ গঢ় লয়, তথাপি আমাৰ ৰজাৰ কথাত সেইষাৰ বচন নাখাটে। মোমাইৰ মূৰ সৰু, চকু সৰু, পেট সৰু, হাত সৰু, ভৰি সৰু।

মইনা—মগুহ চপৰা একা ?

দাদা—অ' মগুহ চপৰা ? মগুহ চপৰা ভাঙৰেই হবলা। সেই চপৰা ডাঙৰ নহ'লেও লাওখোলাটোৰ মাজত অইন বস্তুৰ ঠাই আছে।

মইনা—আকৌ নুবুজিলোঁ, দাদা।

দাদা—তোমাৰ মূৰৰ ভিতৰতো মগুহ বাঢ়িছে যেন লাগিছে। মোমাইৰ লাওখোলাৰ ভিতৰত ডাঙৰ মগুহ নাই বুলিলেই যে মগজু থাকিব তাৰ ঠিকনা কি ? তাত ভেবেৰ থাকিবও পাৰে, আৰু সেয়ে থকাই সম্ভৱ।

ৰজাই কিবা কথা বুজিব নোৱাৰিলে, "মাত মোমাইদেউক !" মোমাইদেউ লৰি আহে। ৰজাই মাতে "মোমাইদেউ।" মোমায়ে মাত লগায়, "স্বৰ্গদেৱ !" ৰজাই সোধে "অমুকটো কি ?" মোমায়ে টপৰাই উত্তৰ দিয়ে—'সেইটো তমুক'। মহাৰাজ তাতে সন্তুষ্ট। মোমাইদেৱে এনে উত্তৰ দিয়ে যে কেতিয়াবা পকা চপৰাৰ ওপৰে নাও চলে, কেতিয়াবা পানীত জুই জ্বলে। তথাপি স্বৰ্গদেৱ সন্তুষ্ট। এনে ৰজাৰ ৰাজ্য সুকলমে নচলাৰ কোনো চিন্তা নাই।

এবাৰ কিন্তু ৰাজ্যত মহা হুলস্থুল লাগিল। বিদেশী মানুহ এটাই লোৰ গড়ালৰ ভিতৰত ভৰাই বান্দৰ এটা আনিলে। সেই দেশৰ কোনো মানুহেই বান্দৰ দেখা নাই। তাৰ উপৰি আৰু বিপদ যে সেই মানুহটোৱে আমাৰ ৰজাৰ দেশৰ মাত-কথা নুবুজে। এতিয়া এই

জন্তুটো চিনিবৰ উপায় কি? এতেকে ৰাজ-মোমাইক খবৰ দিয়া যাওক।

মোমাইৰ ওচৰলৈ কটকী ঢাপলি মেলিলে। মোমাই আহি দেখে গড়ালটোৰ চাৰিও কাষে প্ৰজাই বেৰি আছে। বেচেৰা বান্দৰে উপায় নাপাই গড়ালটোৰ মাজতে জুপুকা মাৰি বহি আছে।

ৰাইজে মোমাইদেৱক বাট এৰি দিলে। মোমায়ে গড়ালটোৰ চাৰিওকাষে ঘূৰি একোবাৰ ওপৰলৈ চায়, একোবাৰ তললৈ চায়, একোবাৰ কেৰাহিকৈ চায়, একোবাৰ চকু ঘোপা কৰি চায়, একোবাৰ চকু আধা জপাই চায়, একোবাৰ চকু কালি চায়, তথাপি একো উৱাদিহ নাপালে। এবাৰ হাতত থকা লাখুটিডালেৰে বান্দৰটোৰ পেটতে খোঁচ মাৰি দিলে, বান্দৰটোৱে কোঁক কৰি উঠিল। মোমায়ে ক'লে, "অ' চিনিলোঁ, চিনিলোঁ।" 'কি চিনিলে?' বুলি সোধাত মোমায়ে ক'লে, "এইটো মতা কোঢ়া"। কোঢ়া চৰায়ে "কোঁক" "কোঁক" কৰি মাতে, সেই বাবে এইটোৱে যেতিয়া পেটত খোঁচ খাই "কোঁক" কৰি উঠিল, ই নিশ্চয় কোঢ়া। কিন্তু কোঢ়া চৰাই। ই চৰাই নহয়, অথচ "কোঁক" কৰে, এতেকে ই নিশ্চয় "মতা কোঢ়া"। দেখিলা মইনা, মোমাইদেউৰ কিমান বুদ্ধি! সেই দিনাৰ পৰা মোমাইৰ নাম গোটেই দেশত ফাটি-ফুটি গ'ল, আৰু মোমইৰ নাম হ'ল "জানন্তা মোমাই"।

ৰজাৰ চাংমাইৰ নাম মিঠাৰাম। এদিন মিঠাৰামে শাকৰ খৰলি ৰান্ধি থাকোঁতে ওচৰতে মৈদা এখন লৈ মাছ কুটিছিল! মাছ কুটোঁতে তাৰ আঙুলি কাটি তেজ ওলাল। তেতিয়াই খৰলিখিনি লৰাই দিব লগীয়া হোৱাত, সেই আঙুলি কটা হাতেৰেই লৰাই দিলে, আৰু খৰলিত তাৰ হাতৰ তেজ এটোপা পৰিল। তেজ পৰিল, কি হ'ব? খৰলি নহ'লে ৰজাৰ পেটলৈ ভাত সোমাব নোখোজে। নতুনকৈ খৰলি ৰান্ধিবলৈ আৰু শাকো নাই, সেইবাবে তেজ পৰা খৰলিখিনি পেলাই নিদিলে।

মইনা—ছিঃ কটা! বজাই সেইবোৰকে খালেনে?

দাদা—"ছিঃ কটা" বুলিছা। যি চাকৰৰ হাতে ৰন্ধা ভাত খায়, সি যে তেজ নালাগে আন কত কি খায়, তাৰ কি ঠিকনা আছে?

মইনা– মই হ'লে চাকৰে ৰন্ধা ভাত নেখাওঁ বোপাই? ইহঁত বৰ লেতেৰা।

দাদা—চাকৰে ৰন্ধা ভাত তুমি খাব নালাগে। তোমাৰ যেন সেই সৌভাগ্য-দুৰ্ভাগ্য নহয়। "লেতেৰা" বুলিলে বেছি ভাগ ঘৰুৱা চাকৰৰ বিবৰণটো ঠিক নহয়। সিহঁতক "ক্লেদেলা" বুলিলেহে শুৱায়। বেছি ভাগ চাকৰেই আগত চাক্‌-চিকুণ, ভিতৰি যে কি, তাক নোকোৱাই ভাল।

মইনা—দাদা, কি সৌভাগ্য-দুৰ্ভাগ্যৰ কথা হৈছিল?

দাদা—মানুহৰ সৌভাগ্য হ'লে, টকা-কড়ি বেছিকৈ উপাৰ্জ্জন কৰিব পাৰিলে, ঘৰৰ মানুহে যদি নিজে ভাত ৰান্ধিবলৈ এৰি দি চাকৰৰ হতুৱাই ভাত ৰন্ধাই খায়, তেন্তে সেই সৌভাগ্য দুৰ্ভাগ্যত পৰিণত হয়। বেছিৰ ভাগ ভেৰণীয়া ৰান্ধনিয়েই নাক চুঁচি হাত ধুব লাগে, কাহোঁতে মুখ ঢাকিব লাগে, গা খজুৱাই সেই হাতেৰে খোৱা-বস্তু চুব নালাগে, খোৱা-বস্তুত হাত লগাব নালাগে, এইবোৰ সাধাৰণ কথা নেজানে।

সিহঁতকে বা দোষ দিবা কি? আমাৰ বহুত ভাল মানুহেই এইবোৰ কথা নাজানে। সিদিনা মোক এঘৰ মানুহৰ ঘৰত চাহ খাবলৈ মাতিছিল। মই খাই থাকোঁতে ঘৰৰ গিৰিহঁতে মই খোৱা বস্তুৰ ওপৰতে খহৰ খহৰ কাহি দিলে। অৱশ্যে মোৰ আৰু খোৱা নহ'ল। এতিয়াৰ কথা হৈছে লেতেৰা চাকৰৰ হতুৱাই ৰন্ধোৱা। সৌভাগ্য হৈ দৰমহা দি চাকৰ ৰাখিবৰ সমৰ্থ থকাত ইহঁতৰ হাতে ভাত ৰন্ধাই খোৱাক সৌভাগ্য-দুৰ্ভাগ্য বুলিব পাৰি। কিন্তু সৌভাগ্য হৈয়ো আপোন মানুহৰ হাতে ভাত খাই থাকিবলৈ পালে সৌভাগ্য সৌভাগ্যই থাকে, বুজিলা?

মইনা—বুজিলোঁ।

দাদা—এতিয়া বাকী সাধু কওঁ। সেইদিনাৰ খৰলিখন ৰজা আৰু মোমায়ে বৰ সোৱাদ পালে। ৰজাই ক'লে,—"মিঠাই, আজি খৰলিখন বৰ সোৱাদ হৈছে, ইয়াত কি দিছিলি ?" মিঠায়ে ক'লে,—"আন দিনা ৰন্ধাৰ দৰেই ৰান্ধিছোঁ, স্বৰ্গদেউ। সুকীয়া একো বস্তু দিয়া নাই।" ৰজাই গুণগুনে। "ওঁ হোঁ, আনদিনা এনে সোৱাদ নহয় কিয়, নিশ্চয় আজি কিবা এটা নতুন বস্তু পৰিছে।" মিঠাৰামে অস্তত সৈ কাঢ়িবলৈ বাধ্য হ'ল যে তাৰ হাতৰ তেজ এটোপা খৰলিত পৰিছিল।

সেইদিনা ৰজাৰ কাৰেঙত ৰজা আৰু জানন্তা মোমাইৰ মাজত গুপ্ত-সভা বহিল। মিঠাৰামৰ তেজ এটোপা পৰিলেই যদি খৰলিখন এনে সোৱাদ হয়, তেন্তে মিঠাৰামৰ মঙহ নিশ্চয় বৰ সোৱাদ হ'ব। জানন্তা মোমায়ে মাত লগালে,—'নিশ্চয় স্বৰ্গদেউ, তাত কোনো সন্দেহ নাই। নহ'লে নো তাৰ মাক-বাপেকে তাৰ নাম মিঠাৰাম থয়নে ?'

মইনা—তেন্তে মই সেই ৰজাৰ ৰাজ্যত থকা হ'লে, মোৰ গতি কি হ'লহেঁতেন ?

দাদা—তোমাক সজাত ভৰাই ছাতু গুড়ি খাবলৈ দিলেহেঁতেন। তেতিয়া হ'লে তুমি পঢ়িব নালাগে, ময়ো সাধু ক'ব নালাগে। এতিয়া সাধু শুনা। শেষত থিৰাং হ'ল, মিঠাৰামক মাৰি তাৰ মঙহ অকণো নেৰাকৈ ৰান্ধি খাব লাগিব। কেনে বন্দবস্ত কৰিলে এই কামটো গুপুতভে কৰিব পাৰি সেইটো ঠিক কৰা ভাৰ মোমাইৰ গাত পৰিল। মোমাইদেৱে বহুত ভাবি-চিন্তি ঠিক কৰিলে যে কথাটো গুপুতে ৰাখিবলৈ হ'লে তেৱেঁই মিঠাৰামক কাটি বাচি নাৰান্ধিলে কথাটো জনাজাত হোৱাৰ সম্ভাৱনা। কিন্তু তেওঁ লেবেলা মানুহ, মিঠাৰাম গলধন ধৰা ম'হৰ দৰে শকত। মিঠাৰামক কাটিব খোজোঁতে যদি মিঠায়েই ওলোটা কামটো কৰি দিয়ে ? এতেকে বহু গবেষণাৰ পাছত সিদ্ধান্ত হ'ল যে ৰজাই তেৱেঁ ছুয়ো বুদ্ধি কৰি মিঠাৰামক কাটিব।

বুদ্ধিটোও বৰ ভাঙৰ। মিঠাৰামক এদিন কোঠা এটাত ভৰাই লৈ তাক মন্ত্ৰ এটাৰ বল দেখুৱাম বুলি কাটি পেলাব। এদিন মিঠাৰামৰ হতুৱাই এটা খোঁটালীত বৰ-চৰিয়া, মৈদা, বৰ-বাটি, চৰিয়া, কলহত পানী অনাই তাক ক'লে,—"তই আমৰ কাললৈ নাচাবি, খিড়িকীয়েদি বাজলৈ চাই থাক। আমি এটা মন্ত্ৰ মাতি এক দুই তিনি বুলিলেই বহুত ভাল ভাল মঙহ আহি এই ঘৰটো ভৰি পৰিব। তই সেইবোৰ লৈ আমাক ৰান্ধি-বাঢ়ি খুৱাবি। তেওঁলোকৰ মতলব আছিল, "তিনি" বোলোতেই দুয়ো একেলগে মিঠাৰামৰ ডিঙিত পিছফালৰ পৰা তৰোৱালৰ কোব বহুৱাব। তৰোৱাল আনি সেই খোঁটালীত পুৰ্বেই লুকাই থৈছে।

মিঠাৰামৰ কিন্তু আগৰ পৰাই গা চেবাই আছিল। সি জানেই ৰজা আৰু মোমাই বৰ লুভীয়া, পাৰিলে চকতে খায়। তাৰ তেজ পৰি থৰলি-যি দিনাই সোৱাদ হ'ল, আৰু যেতিয়া ৰজাই মোমায়ে গুপ্ত-মন্ত্ৰণা কৰা কথা জানিলে, এনে এটা কিবা কাণ্ড যে হ'ব প্ৰায়ে সেই দিনাই তাৰ মনত খেলাইছিল। সেই দেখি সি বৰ সাৱধানেও আছিল। ৰজাই আৰু মোমায়ে তৰোৱাল লৈ তাৰ পিছত থিয় হোৱা সি দেখিলে। তথাপি তাৰ পলাবৰ উপায় নাই। দুটা মানুহে তাক তৰোৱাল লৈ কাটিব খুজিছে সি লৰমাৰি সবাটোও টান। তাতে মোমায়ে আগেয়ে দুৱাৰ ডাং দি থৈছে।

মোমায়ে মুখৰ ভিতৰত ভোৰ ভোৰাই মন্ত্ৰ মাতিলে। কি মন্ত্ৰ মাতিলে মিঠাৰামে বুজিব নোৱাৰিলে। মন্ত্ৰটো তাৰ কাণত "উৰি গ'ল শগুণী পৰি গ'ল পাখি···" যেন লাগিছিল। মোমায়ে মিঠাৰামৰ গাত ফু এটা মাৰি ক'লে, "এক, দুই···।" যেই "দুই" বোলা, মিঠাৰামে ঠাইতে বহি পৰি পিছ হুইঁকি কাঁহি-বাটিবোৰৰ ওপৰত থেকেচা খাই পৰিলগৈ। মোমায়ে তিনি বোলোতেই দুয়োফালৰ পৰা তৰোৱাল চলিল, কিন্তু মিঠাৰামৰ দগাবাজিত দুইবো লক্ষ্য হেৰাই, ৰজাৰ তৰোৱালে মোমাইৰ সোঁ কাণৰ ওপৰ ডোখৰ নিলে, আৰু মোমাইৰ

ভবোৱালৰ আগটোৱে ৰজাৰ ৰৰ পেটটোত কঁঠাল ছিৰাদি দাগ এটা দিলে, মগুহৰ ভিতৰত যৎকিঞ্চিত সোমাল। ছুয়ো ছুকালে চাঁচ কৰে পৰি মুছকঁছ গ'ল।

এই ছুয়োটা নৰ-ৰধীকে ভবোৱালেৰে তাতে ৰলি দি থৰৰ মিঠাৰামৰ মন গৈছিল। পাছে তেনে কৰিলে জানোৰা টেঁটুত খোৰোচা পৰে, সেই ভয়তে সি তাৰ পৰা নিৰস্ত হ'ল। ছুইৰো মূৰত পানী দি জীয়াই যা ছুডোখৰ বান্ধি দিলে। কলত ছুইৰো লোভে অলপ শাম কাটিলে আৰু মিঠাৰামে ছুশ টকা ৰূপ বঁটা পালে।

মিঠাৰামৰ কিন্তু ভয় মুগুচিল। সি ভাবিলে এই লুভীয়া পাতকী ছুটাক শেষ কৰি থব নোৱাৰিলে, তাৰ আকৌ কোন দিনা কি বিঘিনি মিলে তাৰ ঠিকনা নাই। ইয়াকে ভাবি সি বুদ্ধি সাজি ৰজাৰ পৰা এমাহৰ বিদায় খুজিলে। ৰজাই সুধিলে তাকনো বিদায় লাগে কিয়। সি যেতিয়া ক'লে যে বাপেকে তাক মাতিছে, ৰজাই শুনি আচৰিত হ'ল। কিয়নো মিঠাৰামৰ বাপেক মৰা দেখোন আজি বহুত দিন হ'ল। ৰজাই ক'লে,—"হেৰ, তোৰ বাপেৰ মৰা দেখোন আজি কেইবা বছৰো হ'ল, তোক বাপেৰে মাতিবলৈ আহিল ক'ৰ পৰা?" তেতিয়া সি উত্তৰ দিলে যে তাৰ বাপেক স্বৰ্গত আছে, তাৰ পৰা আহি তাক টোপনিত দেখা দি মাতি গৈছে আৰু কেনেকৈ স্বৰ্গলৈ যাব পাৰি তাৰো বুদ্ধি দি গৈছে, সি কিন্তু সেই কথাটো এতিয়া কোৱা মানা, সেই দেখি সি ক'ব নোৱাৰে। যদি বাপেকে অনুমতি দিয়ে সি স্বৰ্গৰ পৰা উভতি আহি উপায়টো ক'ব। ৰজাই জানন্তা মোমাইক সুধিলে—"হয় নে মোমাইদেউ, জীয়া মানুহ বোলে স্বৰ্গলৈ যাব পাৰে?" মোমাইদেৱে উত্তৰ দিলে, "হয় স্বৰ্গদেৱ, যাব পাৰি। কিন্তু উপায়টো মই এতিয়া পাহৰিছোঁ।" যি কি নহওক, মিঠাৰামে এমাহৰ বিদায় পালে আৰু ৰজাই মৰম কৰি ক'লে যে বিদায়ত থকা কালতো মিঠাৰামে দৰমহা পাই থাকিব।

ঠিক এমাহৰ পাছত মিঠাৰামে আহি স্বৰ্গদেৱক সেৱা কৰিলে।

সি আগন্তকৈ বহুত চিকুণ আৰু তেজে ফুটি-যাওঁ ফাটি-যাওঁ হৈ আহিছে। ৰজাই তাক দেখি পোনতে চিনিবই নোৱাৰিছিল। কিন্তু সি যেতিয়া আগৰ দৰে ৰজাৰ আগত আঁঠু কাঢ়ি হাত যোৰ কৰি ৰল, তেতিয়াহে স্বৰ্গদেৱে মিঠাৰামক চিনিলে। গাৰ পৰা তেজ ওলাওঁ ওলাওঁ হোৱা চেহেৰা দেখি, ৰজাই চাগৈ বথীয়া থকা মাছৰ ফালে চাই বোন্দা মেকুৰীয়ে যেনে কৰে, তেনে কৰিছিল।

ৰজাই মিঠাৰামক দেখি বৰ আনন্দ পালে। ক'লে,—"আহিলি, মিঠাৰাম ? বাপেৰৰ লৈতে দেখা হৈছিল নে ?" মিঠাৰামে ক'লে—"হয়, স্বৰ্গদেউ ঈশ্বৰ, দেখা হৈছিল ; কিন্তু সেইবোৰ কথা আছুতীয়াকৈহে ক'ব পাৰিম।"

সেই দিনা গধূলি ৰজা আৰু মোমায়ে কাৰেঙৰ খোঁটালী এটাত সোমাই মিঠাৰামক সকলো কথা ভাঙি-পাতি ক'বলৈ ক'লে। মিঠাৰামেও ক'বলৈ ধৰিলে,—"বোপায়ে স্বপ্নত কোৱা মতেই মই সকলো যোগাৰ কৰি স্বৰ্গলৈ গলোঁ। তাত দেখোঁগৈ দেখোন বোপায়ে চলা জনা স্বৰ্গদেৱৰ আল-পৈচান ধৰে। তাত সকলো সুখেৰে আছে, মাথোন আহুকালৰ ভিতৰত তাত মাজে মাজে কেনেবা-কেনেবি জন্তুবোৰ ওলায়। সেইবোৰ চিনিব নোৱাৰি চলা জনা স্বৰ্গদেৱে বৰ বেজাৰ পাইছে।" ৰজাই মাত লগালে,—"মোমাইদেউ তালৈ যাব পাৰিলে দেখোন সেই লেঠাটো মৰে ?" মিঠাৰামে ক'লে—"হৈছে, স্বৰ্গদেউ ঈশ্বৰ। মোমাইদেৱেকৰ নাম স্বৰ্গতো ফুটি-ফাটি গৈছে। চলা জনা স্বৰ্গদেৱে আমাৰ স্বৰ্গদেউ ঈশ্বৰে কোৱাটোকে কৈছিল, কিন্তু মই কলোঁ, মোমাইদেৱেকে স্বৰ্গদেউ ঈশ্বৰক এৰি যাবলৈ ভাল নেপাব হবলা।" ৰজাই ক'লে,—"হয়, তই ভাল কলি, ভাল কলি, মিঠাৰাম। মোমাইদেৱে মোক এৰি যাব নোৱাৰে। পাছে নো তোক কেলৈ মাতিছিল ?"

মিঠাৰামে উত্তৰ দিলে,—"মোক স্বৰ্গদেৱৰ কামতে মাতিছিল। মই কিন্তু কৈ আহিছোঁ সেইটো হোৱাৰ আশা কম।" ৰজাই সুধিলে,

—"কি কৈ আহিছ ? ফিটো হোৱাৰ আশা কম ?" মিঠায়ে ক'লে, —"চলা জনা স্বৰ্গদেৱে স্বৰ্গদেৱক আৰু মোমাইদেৱকক মাতিছে, বোলে এমাহমান মোৰ ইয়াত থাকি যকহি। গাটোও ভাল পাৰ। চাগৈ মোৰ পোৱে ৰাজ্য শাসন কৰি শুকাই গৈছে। স্বৰ্গদেউ যোৱাৰ আশা কম বুলি কৈ আহিছোঁ, কিয়নো স্বৰ্গদেৱে ৰাজ্য এৰি গ'লে ৰাজ্য চলাওঁতা নাই। পাছে পিতাদেৱকে বুধি এটাও দিছে। সেই কথাযাৰ ক'লে স্বৰ্গদেউ জানোচা পতিয়ন নাযায়, মোক মিছলীয়া বোলে, সেই ভয়তে মই কোৱা নাই।" ৰজাই ক'লে—"তই একো ভয় নকৰিবি মিঠাৰাম। ক, মই তোৰ কথা নপতিয়াবৰ একো কাৰণ নাই।" ৰজাৰ কথা শুনি মিঠাৰামৰ মুখৰ পৰা ভাওৰ ভাৱ এটা নামি গ'ল। সি ক'লে,—"চলা জনা স্বৰ্গদেৱে ক'লে,—সেই কেইটাদিন তোকে ৰাজ-পাটত বহুৱাই থৈ আহিব পাৰে দেখোন। ৰাজ-পাটত এজন থাকিলেই ৰাজ্য চলিব। তাৰ পাছত মোৰ পো উভতি গ'লে, তই যদি ৰাজ-পাট এৰি নিদিয়, তোৰ বাপেৰ মোৰ লগতে আছে, তাক শাস্তি দিম, আৰু আমাৰ ইন্দ্ৰৰ হতুৱাই তোৰ মুৰত বজ্ৰপাত মৰোৱাম।" ৰজাই ক'লে—"এৰা এইটোৱেই তই ভাল উপায় কৈছ। মই আৰু মোমাইদেউ দুয়ো ফুৰি আহোঁগৈ, তয়ে সেই কেইদিন ৰাজপাটত বহি থাক, মই আহিলে তই নামিলেই হ'ব। তাত নো কি কি জন্তু ওলায়, মোমাইদেৱে চিনি দি আহিব পাৰিব। পাছে আমি যাম কেনেকৈ ?" মিঠাৰামে ক'লে,—"সেইটো কোৱা মোৰ ওপৰত মানা আছে—যেতিয়ালৈকে স্বৰ্গদেৱে যোৱাটো থিৰাং নকৰে।" ৰজাই ক'লে,—"আমি যাম বুলিছোঁ যেতিয়া যামেই। কি কয়, মোমাইদেউ ?" মোমায়ে ক'লে,—"নিশ্চয়, স্বৰ্গদেউ।" তাৰ পাছত মিঠাৰামে ক'লে,—"স্বৰ্গদেউ, কথাটো আকৌ ভালকৈ ভাবি চাওক। স্বৰ্গলৈ যোৱা উপায়টো শিকি লৈ যদি নাযায়, তেন্তে বোলে গাত বৰ-বেমাৰে দেখা দিব।" ৰজাই খং কৰি ক'লে,—"একেযাৰ কথাকে নো কিমানবাৰ ক'ব লাগে অ' ? যাম

বুলিছোঁ যেতিয়া, খামেই।” তেতিয়া মিঠাবামে বিখিনি কথা ক'লে তাৰ মুঠটো এই,—এতৰপৰ ওপৰত এতৰপকৈ, কুৰি হাত দীঘল কুৰি হাত বহল ঠাই এডোখৰত, খোল তৰপ খৰি জাপি দিব লাগে। ওপৰত স্বৰ্গলৈ যাব খোজা মানুহজন মাজতে বহিব লাগে। তেওঁৰ চাৰি কাষে ঘিউৰ চক সজাই থব লাগে। তাৰ বাহিৰে আকৌ খৰি সজাই দিব লাগে, যাতে আগতকৈ কমেও ছহাত ওখ হয়। তলৰ খৰিত জুই লগাই দিলেই তাৰ যেতিয়া ধোঁৱা বৰকৈ ওলাব তাৰ লগতে স্বৰ্গলৈ যাব খোজা মানুহজন আনে নেদেখাকৈ উৰি যাব। খৰি জপা আৰম্ভ কৰাৰ পৰা জুই মুমুমুৰালৈকে ঢোল, খোল, মৃদং বাজি থাকিব লাগে যাতে ধোঁৱাবোৰৰ লগত মানুহজন যোৱাৰ সুবিধা হয়। ৰজাই সুধিলে,—“খৰিত জুই দিলে বৰ তাপ নেলাগিবনে অ'?” মিঠায়ে ক'লে,—“নালাগে স্বৰ্গদেউ, চাৰিওকাষে ঘিউৰ চক থাকিব নহয়, সেয়ে চেঁচা কৰি থব। হয় নে নহয়, মোমাইদেৱকক সোধক।” ৰজাই সুধিলে,—“হয় নে মোমাইদেউ, ই ঠিক কথা কৈছেনে?” জানন্তা মোমায়ে ক'লে,—“হৈছে স্বৰ্গদেউ, আক ই যি উপায়টো কৈছে সেইটোও ঠিক, মোৰ এতিয়াহে মনত পৰিছে।” ৰজাই সুধিলে,—“স্বৰ্গৰ পৰা উভতি আহিবৰ উপায়টো কি?” মিঠাবামে ক'লে,—“সেইটোৰ বিষয়ে স্বৰ্গদেৱে ভাবিব নালাগে। ইয়াত থৈ যোৱা ব্যৱস্থা তেওঁলোকেই কৰিব।” ৰজাই তেতিয়া ক'লে,—“বাক, মিঠাবাম, তই যে ইমান ঘিউ, খৰি, ঢুলীয়া বায়নৰ কথা কৈছ, তই ইমান টকা খৰচ কৰিবলৈ ক'ৰ পালি?” মিঠাবামে ক'লে,—“স্বৰ্গদেৱে দিয়া দুশ টকা তেনেই খৰচ হ'ল, তাৰ উপৰি গাঁঠিৰ পৰা আক আঢ়ৈ কুৰি ভাঙিলোঁ হে। পিতায়ে মাতিছিল, ধাৰ ঋণ কৰি কোনোমতে কামটো কৰিলোঁ।” ৰজাই ক'লে— “বাক মই স্বৰ্গৰ পৰা উভতি আহোঁ, আকৌ সেইখিনি টকা তোক দিম। তই তেতিয়া ধাৰ মাৰিব পাৰিবি।”

তাৰ পাছত ৰজাই মিঠাবামক ৰাজ-পাটত বহুৱাই পাত্ৰ-মন্ত্ৰীক

হুকুম দিলে যে তেওঁ সুমুৰালৈকে মিঠাবামেই ৰাজ-পাটত থাকিব। সি যি হুকুম দিয়ে, তেওঁলোকে যেন সেই মতে চলে।

সকলোবিলাক বন্দবস্ত কৰি মিঠাবামে দিয়া উপায়েৰে ৰজা আৰু জানন্তা মোমাই স্বৰ্গলৈ গ'ল। খৰি জপা আৰম্ভৰে পৰা জুই সুমুমুৰালৈকে দিনে-ৰাতিয়ে ঢোল, ডবা, কাঁহৰ মাতত কাৰো মাত ক'তো শুনা হৈছিল।

এমাহৰ পাছত ৰজা উভতি নাহিল। তাৰ পাছতো নাহিল। মিঠাবামেই সেই দেশৰ ৰজা হৈ থাকিল। এতিয়া মিঠাবাম ৰজাৰ নাম অখণ্ড প্ৰতাপী সসাগৰাধিপতি-পৰমপ্ৰতাপান্বিত শ্ৰীশ্ৰীল শ্ৰীশ্ৰীযুক্ত মহাৰাজ শ্ৰীশ্ৰীবুদ্ধিসাগৰ সিংহ স্বৰ্গদেৱ।

মইনা—ৰজা উভতি নাহিল কিয় ?

দাদা—ৰজা পুৰি ছাই হৈ গ'ল। লোকক মাৰিবলৈ যোৱাত নিজেই মৰিল।

মইনা—কেলৈ, ঘিউৰ চক থৈছিল নহয়, ৰজাক চেঁচা কৰি থবলৈ ?

দাদা—ঘিউয়ে হবলা জুইক চেঁচা কৰি থয় ? বেছিকৈ জুই জ্বলিবলৈহে মিঠাবামে হেবাং ৰজাক বুদ্ধি কৰি চলিলে।

মইনা—মোমাইদেৱে দেখোন মিঠাবামৰ কথাতে হয় দিছিল ?

দাদা—কাৰণ মোমাই মূৰ্খ। নিজে একো নাজানে, লোকে যিহকে কয় তাতে হয় দি নিজে বৰ জনাটো বুজায়।

মইনা—ঢোল মৃদং বজাইছিল কেলৈ ?

দাদা—যাতে ৰজাই চিঞৰিলে কোনেও নুশুনে।

মইনা—অ', এতিয়া বুজিলোঁ। তাৰ পাছত—

দাদা—সাধু শেষ হৈ গ'ল।

মইনা—দাদা, আজিৰ সাধুটো ভাল নহয়।

দাদা—নহ'বৰে কথা মইনা। যি নজনাই জানো বুলি গপ্প মাৰি ফুৰে, তাৰ কথা শুনিবলৈ কোনেও ভাল নাপায়। এতিয়া ব'লা ভিতৰলৈ যাওঁ।

মইনা—দাদা, ভাল হ'ল বজাটো আৰু জানন্তা মোমাই মৰি থাকিল। নহ'লে আকৌ কাববাক খালেহেঁতেন।

দাদা—এবা, ময়ো তাকে কওঁ।

[ ৫ ]

আজি গধূলি মইনা সাধু শুনিবলৈ অহা নাই। তাৰ পাঠ আজি ভালকৈ অহা নাই। দাদাই সময়মতে গামোচাখন লৈ চোতালত ঢাবি পাৰি বহিলহি, কিন্তু মইনাৰ দেখা-দেখিয়েই নাই। দাদাই মাতিলে,—"অ' মইনা, আজি সাধু নুশুনানে?" কি কৰিব, মইনা আহিব লগাত পৰিল। দাদাই প্ৰথমে নেওতা লবলৈ ধৰিলে। মইনাৰ আজি মাজে মাজে ভুল হয়। মইনাই নো সাধু শুনিবলৈ কিয় অহা নাছিল, দাদাই বুজিলে, কিন্তু মুখ ফুটাই একো নক'লে। য'ত মইনাঁই নোৱাৰে তাত শুধৰাই দিয়ে, মুঠেই খং নকৰে বা কেটেহা নামাৰে। বৰঞ্চ আন দিনাতকৈ আজি বেছি সাদৰি মাতিছিল। মইনাই ক'ব পাৰিলেই ভাল হৈছে বোলে। মইনাৰ খোকোজা লাগিলেই নিজে কৈ দিয়ে। এনেকৈ সেই দিনৰ পাঠ ভালকৈ অহাই দি ক'লে—"মইনা, এইখিনি কাইলৈ আকৌ পঢ়ি থবা দেই, আৰু ভালকৈ আহিব।" তাৰ পাছত শব্দৰ অৰ্থ আৰু বানান লৈ দাদাই সাধু ক'বলৈ আৰম্ভ কৰিলে।

**যাদু কৰা টিঙিৰিৰ কথা।**

এদিন জেঠ-মহীয়া ভৰ-দুপৰীয়া বৰ ডাঙৰ হাবি এখনৰ মাজেদি যোৱা বাটেৰে এটা ধুনীয়া চকল ডেকা চিপাহীয়ে চিঞৰি চিঞৰি বন-ঘোষা গাই গেৰেপ গেৰেপ কৰি খোজ দি গৈ আছে। তাৰ মূৰত টুপি, পিঠিত কাপোৰৰ মোনা, কঁকালত কেঁকোৰা দা, কলাফুলত

পটি, ভৰিত বুট জোতা। ক'তো মানুহ এটা দেখিবলৈ নাই, জোতাৰ গচকত শুকান গছপাত মৰমৰাই উঠে, গাটো জিকাৰ খাই যায়। শুকান পাতৰ মৰমৰণি ভল পেলাবলৈহে সি ইমান চিঞৰি বন-ঘোষা গাইছে। গৈ থাকোঁতে থাকোঁতে সি বৰ গহীন হাবি পালেগৈ যেতিয়া, দেখে দেখোন হাবিৰ লোং এটাই দি বৰ মলিয়ন কাপোৰ পিন্ধা কুটুলা-কুটুল চুলিৰে বুঢ়ী এজনী ওলাই আহিছে। দেখিয়েই তাৰ বুকু টিপিং কৰি উঠিল, গা গোটেইটো ভৰিৰ পৰা মূৰলৈকে জিনজিনাই গ'ল। কিন্তু সি চিপাহী মানুহ, তৎক্ষণাতে দাথন খপিয়াই চাই বুকু ডাঠ কৰি পেলালে। বুঢ়ীয়ে তাৰ ওচৰ চাপি ক'লে—"গাঁঠিত পইচা থাকিলে মানুহে এনেকৈ ভাবনা-চিন্তা নোহোৱাকৈ মন মেলি নাম গাই ফুৰিব পাৰে।" সি ভাবিলে বুঢ়ীয়ে তাক এতিয়া পইচা হে খোজে। ইয়াকে ভাবি ক'লে—"পাই-পইচাৰ নামে ফুটা কড়ি এটাকৈ নাই, বুঢ়ী আই, তোমাৰ শপত খাই কৈছোঁ নপতিয়ালে জেপ চোৱাঁ বাৰু, লাগিলে খোঁচোনাও চোৱাঁ। আমি সামান্য চিপাহী, দৰমহা যি পাওঁ খা-খৰচতে যায়। পইচা এটাও ৰাহি নহয়, কেতিয়াবা ধাৰ হে লাগে।" বুঢ়ীয়ে তাৰ মুখলৈ অলপ পৰ চাই থাকি, মিচিকিয়া হাঁহি মাৰি, তাৰ কাষ চাপি ক'লে,— "তোমাৰ চহকী হ'বৰ মন আছে জানো?" চিপাহী আচৰিত হ'ল, সি ক'লে,—"কৈছা হে আকৌ? পাৰিলেতো হওঁৱেই। কোন নো নহয়?'

বুঢ়ীয়ে ক'লে—"মই তোমাক চহকী কৰি দিব পাৰোঁ। তোমাক ইমান ধন-সোণ দিব পাৰোঁ, তুমি দিঠকত যে দেখা নায়েই স্বপ্নতো দেখা নাই। কিন্তু ইয়াকে পাবলৈ হ'লে, মই যিহকে কওঁ তুমি ঠিক সেই মতেই চলিব লাগিব।" চিপাহীয়ে ক'লে,—"মোক বাৰু চহকী কৰি দিয়া, বুঢ়ী আই, চাবা আৰু মই তোমাৰ কথা শুনোনে নুশুনো। দিয়াঁ বুঢ়ী আই, মোক এতিয়াই চহকী কৰি দিয়াঁ।" বুঢ়ীয়ে ক'লে,— "আজিতো তুমি ধন-সোণ নিবলৈ বেছি একো অনা নাই; মাথোন

‘তোমাৰ চোলাৰ জেপ কেইটা আৰু তোমাৰ মোনাটো আছে।’ তাতনো কিমান ধৰিব। আজি যি পাৰা নিয়া। মোৰ কথা মতে চলিলে আৰু এদিন মই তোমাক ইয়ালৈ লৈ আহিম, তুমি থৈলা ভৰাই ধন-সোণ, মণি-মুকুতা যি লাগে নিব পাৰিবা।” চিপাহীয়ে ক’লে,—“মই তোমাৰ কথা ঠিক ঠিক শুনিম। চুলি এডালবো হেৰ-ফেৰ নহয়। মাথোন তুমি মোক চহকী কৰি দিব লাগিব। এতিয়া কোৱা মই কি কৰিব লাগে।” বুঢ়ীয়ে ক’লে,—“সৌ যে ডাঙৰ গছ-জোপা দেখিছা, তাত অলপ ওপৰলৈ উঠিলেই খোন্দ এটা দেখিবা। খোন্দটোৰেদি নামি তল পালেগৈ দেখিবা, এখন ডাঙৰ দেশ, গোটেইখন পোহৰত জকমকাই আছে। তুমি য’ত নামিবাগৈ, তাৰ কাষতে, পূবফালে তিনিখন দুৱাৰ থকা পকী-ঘৰ এটা দেখিবা। তাত তেনে বগা ঘৰ আৰু নাই। বেৰবোৰ ধোঁ-ধোঁ কৰে বগা পোহৰত চক-মক কৰি আছে। তোমাৰ ওচৰৰ দুৱাৰখন মেলিলেই তাত কাঠৰ পেৰাঁ এটা দেখিবা, তাৰ ওপৰৰত অমৰা-গুটিটোমান ডাঙৰ চকুৰে কুকুৰ এটা বহি আছে। কুকুৰটোলৈ ভয় নকৰিবা। তোমালোক চিপাহী মানুহ, তোমালোকৰ ভয় কমেই। মই এই কাপোৰখন দিম, তুমি মাটিত পাৰি, কুকুৰটো গৰা মাৰি ধৰি, কাপোৰখনৰ ওপৰত থবা, সি মুভুকেও নাকামোৰেও। পেৰাটো মেলি তাৰ পৰা যিমান লাগে তামৰ পইচা লবা। তাৰ পাছত পেৰাটো জপাই, কুকুৰটো আগৰ ঠাইতে থৈ মোৰ কাপোৰখন লৈ আহিবা। তোমাক যদি ৰূপহে লাগে, তেন্তে মাজৰ দুৱাৰখন ঠেলা মাৰি কোঠাটোত সোমাবা। তাতো পেৰা এটাৰ ওপৰত নেমুটেঙাটোমান চকুৰে কুকুৰ এটা বহি থকা দেখিবা। কাপোৰ-খন পাৰি তাৰ ওপৰত কুকুৰটো থলে, সি একো নকৰে। পেৰাৰ পৰা টকা আধলি শিকি আদমহীয়া যিমান লবৰ মন যায় লবা। কুকুৰটো পেৰাটোৰ ওপৰত তুলি কাপোৰখন লৈ আহিবা। তুমি সোণামুৱা ডেকা ল’ৰাই কিজানি সোণৰ মোহৰ লবলৈ হে ভাল

পাবা। তেন্তে সিমূৰৰ খোটালীটোৰ ছুৱাৰখন ঠেলা মাৰি খোঁটালীটোত সোমাবা। তাতো পেৰা এটা আছে। পেৰাটোৰ ওপৰত কুকুৰ এটা বহি আছে। তাৰ চকু একোটা ৰবাৰ টেঙাটোমান। তোমাৰ নিচিনা সাহিয়াল চিপাহীবো কিজানি এইটো কুকুৰ দেখি ভয় লাগিব। মোৰ কাপোৰখন তোমাৰ কানত থাকিলে একো ভয় নাই। কাপোৰখন পাৰি তাৰ ওপৰতে কুকুৰটো বহুৱাই থবা। পেৰাটো মেলি তাৰ ভিতৰৰ পৰা যিমান মন যায় সোণৰ মোহৰ লবা। তাৰ পাছত পেৰাটোৰ সাঁকৰ মাৰি কুকুৰটো আগৰ ঠাইতে বহুৱাই থবা। আহোঁতে মোৰ কাপোৰখন লৈ আহিবা।"

পইচাৰ কথা শুনি চিপাহীৰ চকু মেল খালে, টকাৰ কথা শুনি মুখ মেল খালে, মোহৰৰ কথা শুনি মেলা মুখ জপাব নোৱৰা হ'ল, চকুৰ মণি বাহুৰ ভিতৰ সোমাল। বুঢ়ীৰ কথা শেষ হ'লতে চিপাহীয়ে ক'লে—"বাৰু, বুঢ়ী আই, মই টকা মোহৰ আনিলে তোমাৰ লাভ কি? তোমাক চাগৈ তাৰ আগভাগ লাগিব, নহয়?" বুঢ়ীয়ে ক'লে "নেলাগে মোৰ সোণাই, তাৰ পৰা মোক ফুটা কড়ি এটাকে নেলাগে। মাথোন তুমি ঘূৰি আহোঁতে, আগৰ খোঁটালীটোত থকা পেৰাটোৰ কাষতে টিঙিৰি তুলাৰ টেমা এটা পাবা, সেইটো মোলৈ লৈ আহিবা। মোৰ বুঢ়ী-আই তালৈ যাওঁতে টেমাটো এৰি থৈ আহিল। সেইটো অনাবলৈ কত চেষ্টা কৰিছোঁ, অনাব পৰা নাই!" চিপাহীয়ে ক'লে,—"অ', তোমাক মাথোন টেমা এটা লাগে? বাৰু, মই যদি টকা মোহৰ পাওঁ তেন্তে তোমালৈ টেমাটো আনিম। পাছে, সেই খোন্দটোৰেদি নামিবৰ উপায় কি? কেৰেলুৱা হোৱা হ'লেও বগাই যাব পাৰিলোঁহেঁতেন। কাৰাজ কৰাওঁতেও খোন্দৰ ভিতৰত বগাবলৈ নিশিকালে। এতিয়া উপায়?" বুঢ়ীয়ে ক'লে, তুমি কেৰেলুৱা হ'বলৈ যাবা কেলৈ, মোৰ মইনা? মই এই ৰছীডাল আনিছোঁ, তুমি কঁকালত বান্ধি লবা, মই তোমাক খোন্দটোৰেদি নমাই

দিম। তুমি যেতিয়া উঠি আহিব খুজিবা, ৰছীডালত টান মাৰি দিলেই মই তোমাক তুলি আনিম।" চিপাহীয়ে ক'লে,—ওঁহোঁ, বুঢ়ী আই, তোমাৰ যিটো হে কায়া, তোমাৰ কথা মতে চলিলে, খেকেচা খাই গা-মূৰ হে গুড়ি হ'ব। তাৰ পাছত আধা-মৰা হৈ জীয়াই থকাতকৈ, তুমি ৰছীডালেৰে ডিঙিত খোৰোচা লগাই একেবেলিয়েই মোক মাৰি থোৱাই ভাল হ'ব। তুমি ৰছীডাল গছৰ গাঁৰিত বান্ধি দিবা, মই নিজে ধৰি ধৰি নামিম।" বুঢ়ীয়ে ক'লে,—"সেইটো হ'বৰ উপায় নাই, মোৰ সোণ। ৰছীডাল গছত বান্ধিবলৈ হ'লে, তুমি বহুত ওপৰতে লুলি থাকিবা। নামোঁতে জানিবা জঁাপমাৰি নামিব পাৰিবা, উঠোঁতে কি হ'ব? মোৰ বুধিটোকে লোৱাঁ। তুমি মোক যিমান নিশকতীয়া ভাবিছাঁ, মই তেনে পৰি-মৰা নহওঁ। তুমি বাৰু প্ৰমাণকে চোৱাঁ। ৰছীডাল তুমি কঁকালত বান্ধা, মই ৰচিত ধৰি তোমাক গছজোপাৰ কাষলৈকে নিব পাৰোঁনে নোৱাৰোঁ, চোৱাঁ।" চিপাহীয়ে কঁকালত ৰছীডাল বান্ধি মাটিত চিত হৈ পৰিল, বুঢ়ীয়ে তাক বাঁও হাতেৰে তুলি গছজোপাৰ কাষলৈ নিলে। বুঢ়ীয়ে তাক লৈ যাওঁতে তাৰ অঙ্গি-ভঙ্গি চাবলগীয়া হৈছিল। মূৰটো তললৈ যায়, ভৰি তললৈ দি মূৰাটো দাঙে। কিন্তু মূৰটো বৰ দাং খায়, আকৌ তললৈ নিব-লগীয়া হয়, ভৰি বৰ ওপৰলৈ যায়। এখন হাত তললৈ নমালে সিখন উঠে, এটা ভৰি তললৈ গ'লে, সিটো উঠে। বপুৰা দেখাত ঠিক পানীত সাঁতোৰা কেঁকোৰাটোৰ দৰে হৈছিল। তাৰ উপৰিও চিপাহীৰ কঁকালৰ ছাল ৰছীয়ে বাৰুকৈ এডোখৰ নিলে।

বুঢ়ীয়ে যেতিয়া তাক গছজোপাৰ গুৰিত নমাই দিলে, বপুৰাৰ মূৰ ঘূৰাইছে। যি কি নহওক, মাটিৰ পৰা উঠি মূৰৰ, গাৰ ধূলি-মাকতি জাৰি-জোকাৰি সি ক'লে,—"বুঢ়ী আই, তুমি দেখাতহে কাঁইঠীয়া, গাত হাতী এটাৰ বল। মই উভতি আহোঁগৈ, তুমিনো কি শাকেৰে ভাত খোৱা, কবা দেই। পাছে, এতিয়া তোমাৰ ৰছীয়ে মোৰ কঁকাল

কাটিলে। গোটেইখন ভকভকাইছে। তোমাৰ কাপোৰখন কঁকালত মেৰিয়াই তাৰ ওপৰত হে ৰছীডাল বান্ধিব পাৰিম। তুমি যেতিয়া মোক বাঁওখন হাতেৰেই দাণ্ডি আনিলা, দুহাতেদি ধৰিলে মই খেকেচা খোৱাৰ ভয় নাই।" বুঢ়ীয়ে হাঁহি ক'লে,—"বাক, দুয়োটা হাতেৰেই ধৰিম। তুমি এতিয়া খোৰোঙেদি নামিবলৈ সাজু হোৱাঁ।"



চিপাহী গছত উঠিছে।

চিপাহীয়ে বুঢ়ীৰ পৰা কাপোৰখন লৈ কঁকালত মেৰিয়াই তাৰ ওপৰত ৰছীডাল বান্ধিলে। মোনাটোৰ পৰা কাপোৰকানি উলিয়াই উদং কৰি ল'লে। দাখন গছজোপাৰ তলতে থলে। তাৰ পাছত সি জোতা সোলোকাই গছত উঠিল। অলপ ওপৰলৈ গৈয়েই দুটা ডালৰ কেৰেঙণিৰ মাজত এটা ডাঙৰ খোৰোং দেখিলে। চিপাহীয়ে দুই হাতেৰে ৰছীত ভৰ দি ধৰিলত, বুঢ়ীয়ে তাক নমাই দিওঁতে ক'লে,—"মোলৈ টেমাটো আনিবলৈ নেপাহৰিবা দেই, মইনা।"

চিপাহীটোৱে ক'লে,—"বুঢ়ী আই, তুমিও মোক তুলি আনিবলৈ নেপাহৰিবা, দেইবা।"

বুঢ়ীয়ে তাক খোৰোঙেদি নমাই দিছে, সিও তললৈ গৈ আছে। সি যিমান তললৈ নামিছে, পোহৰ কমি গৈছে। শেষত ঘোপ-মৰা এন্ধাৰ। চিপাহী ক্ৰমে তললৈ গৈ আছে, কিন্তু খোন্দটোৰ অন্তকে নপাৱে। খোৰোঙৰ ভিতৰত কি কেটেহা গোন্ধ। চিপাহীয়ে নাক কোঁচাই পেলালে। এঠাইত, হাতৰ ঠাৰিত কিবা এটা পিছল পিছল যেন লাগিল। কুমজেলেকুৱা হ'ব পায়। এবাৰ বাদুলী নে কি এটাই গালত পাখিৰে কোবাই গ'ল। তললৈ খোৰোংটো বৰ আহল-বহল নহয়, পোনো নহয়। সি অ'ত খুন্দা খায়, ত'ত খুন্দা খায়। যি কি নহওক, বহুত পৰৰ মূৰত তল ফালৰ পৰা পোহৰ দেখা গ'ল। অৱশেষত সি মাটিত নামিল। কঁকালত কাপোৰ বন্ধা আৰু হাতেৰে ৰছীত ভৰ দিয়া সত্বেও ৰছীয়ে তাৰ কঁকালত ভালকৈ পীড়িলে।

গোটেইখন ঠাই বেলিয়ে পোহৰোৱাৰ দৰে। কিন্তু ক'তো একো বস্তুৰে ছাঁ নাই। ইয়ালৈ নো ক'ৰ পৰা ইমান পোহৰ আহিল? সি ইফালে সিফালে চাই একো থিৰ কৰিব নোৱাৰিলে। কঁকালৰ পৰা সোলোকাই ৰছীৰ মূৰটো গছ এজোপাৰ ডালত বান্ধিলে। বুঢ়ী আয়ে ৰছীডাল টানি তুলি লৈ যাব লাগিলে, ইয়াতে মৰিব লাগিব। তাৰ পাছত ইফালে সিফালে চাই বগা বেৰেৰে তিনিখন দুৱাৰ থকা পকী-ঘৰ এটা দেখিলে। ঘৰটোৰ ওচৰ চাপোঁতেই তাৰ দৰে কাপোৰ পিন্ধা মানুহ এটা দেখি চিপাহী চক খাই উঠিল, গাৰ নোম দাং খালে। অলপ মন কৰি চাই বুজিলে সেইটো চকচকীয়া বেৰত নিজৰ প্ৰতিবিম্ব। কথাটো বুজিব পাৰি সি 'হো—হো' কৰি হাঁহিবলৈ ধৰিলে। দূৰৈৰ পৰা বাৰে বাৰে প্ৰতিধ্বনি আহিল 'হো—হো।' চিপাহীৰ বুজিবলৈ বাকী নাথাকিল যে এইখন কিবা মায়াপুৰী। ইয়াত কোঁহাল কৰোঁতা মানুহ বা জন্তু

পশু-পক্ষী নাই। এই কথা মনত খেলোৱাত গাটো আকৌ জিকাৰ খাই উঠিল। যি কি নহওক, বুকু ডাঠ কৰি ঘৰটোৰ গোনেই-পোৱা দুৱাৰখন ঠেলা মাৰি দি মেলিলে। খোঁটালীটোৰ মাজতে বৰ-পেৰা এটা দেখিলে, ওপৰত অমৰা-চকুৱা কুকুৰ এটা বহি আছে। কুকুৰটো দেখিলে ভয়েই লাগে। বুঢ়ীৰ কথামতে সি মাটিত কাপোৰখন পাৰিলে। তাৰ পাছত খুব সাৱধানে কুকুৰটোক পিছফালৰ পৰা গৰা মাৰি ধৰি আনি কাপোৰখনৰ ওপৰতে বহুৱালে। কাপোৰখন পৰালৈকে কুকুৰটোৱে ইফালে সিফালে চাইছিল। কাপোৰ পৰা হ'লতে কুকুৰে লৰচৰ নকৰা হ'ল। কুকুৰটো দাঙি অনাতো সি একো নকৰিলে। চিপাহীৰ সাহ বাঢ়িল। তেন্তে বুঢ়ীৰ কথা ঠিক। সাঁফৰখন দাঙি চিপাহীয়ে দেখিলে পেৰাটো তামৰ পইচাৰে ঠাহ খাই আছে। সি সিমানবোৰ পইচা দেখিয়েই জঁাপমাৰি উঠিল। ইমানখিনি পইচা একেলগে সি তাৰ জনমত দেখা নাই। পেৰাৰ পৰা খামোচা-খামোচে পইচা সি জেপত ভৰাই ল'লে, মোনাটোতো ঠাহি ঠাহি ভৰালে। তাৰ পাছত পেৰাৰ সাঁফৰখন জপাই কুকুৰটো তাত আগৰদৰে থৈ কাপোৰখন লৈ ওলাই আহিল। তাৰ মনত আজি বৰ আনন্দ। ছুটীৰ দিন কেইটাত তেও পইচাৰ নাটনি নপৰে।

খোঁটালীটোৰ পৰা ওলাই সি আৰু এখন দুৱাৰ দেখিলে, এই খনৰ কথা সি পাহৰিছিলেই। দুৱাৰৰ সিফালে নো কি আছে চাবলৈ দুৱাৰ ঠেলা মাৰি পেৰা এটা দেখি হে বুঢ়ীয়ে কোৱা কথা তাৰ মনত পৰিল। পেৰাটোৰ ওপৰত এটা কুকুৰ বহি আছে, চকু একোটা পকা নেমুটেঙাটোমান। কাপোৰখন পাৰি সি কুকুৰটো তাৰ ওপৰত বহুৱালে। আগৰটোতকৈ যদিও এই কুকুৰটো ডাঙৰ প্ৰথমতে সিটোলৈ যিমান ভয় লাগিছিল, এইটোলৈ সিমান লগা নাই। কাপোৰ মাটিত পাৰিব পাৰিলেই কুকুৰে লৰচৰ নকৰা হ'ব। পেৰাটোৰ সাঁফৰখন দাঙি চিপাহীটোৱে দেখে পেৰাটোৰ ভিতৰত

আলমাৰীয়া, পিকি, আধুলি, টকাবে 'গাঁজ খাই আছে। তেতিয়া সি 'ৰূপ থাকোঁতে তাম কোনে লয়?' বুলি জেপ আৰু মোনাৰ পৰা পইচাবোৰ উলিয়াই পেলালে। তাৰ পাছত জেপ আৰু মোনা টকা আৰু ভগ্নীয়াৰে ভৰাই পেলালে। পেৰাটো জপাই, কুকুৰটো আগৰ ঠাইত বহুৱাই কাপোৰখন লৈ চিপাহী সেই কোঠাটোৰ পৰা ওলাই আহিল।

এইবাৰো ঘৰৰ বাজ ওলাই সি আকৌ অইন এখন দুৱাৰ দেখি ঠেলা মাৰি কোঠাটোৰ ভিতৰত সোমাল। খোঁটালীটোৰ ভিতৰত বৰ পেৰা এটা, তাৰ ওপৰত ৰবাৰ টেঁঙাটোমান একোটা চকুৰে এটা প্ৰকাণ্ড কুকুৰ বহি আছে। চিপাহীয়ে বুঢ়ীয়ে দিয়া কাপোৰখন মাটিত পাৰি কুকুৰটো দাঙি আনি তাৰ ওপৰত বহুৱালে। তাৰ পাছত পেৰাৰ সাঁফৰখন মেলি দেখিলে, পেৰাটো ভাণ্ডৰ-সৰু সোণৰ মোহৰেৰে ঠাহ খাই আছে। "হে মোৰ ঈশ্বৰ! তুমি এইবাৰ মোৰ অনাটন গুচালা।" এই বুলি ৰূপবোৰ মোনা আৰু জেপৰ-পৰা উলিয়াই পেলালে। কিন্তু এইবোৰ উলিয়াওতে সময় লগাত চোলাটো সোলোকাই জেপ জোকাৰি ৰূপবোৰ উলিয়ালে, আৰু তাৰ পাছত জেপতে মোনাতে জোকাৰি জোকাৰি যিমান পাৰে মোহৰ ভৰাই ল'লে। মোনাটো লওঁতে কান্ধৰ হাড় ভাগি যোৱা যেন লাগিল। পেৰাটো জপাই তাৰ ওপৰত কুকুৰটো বহুৱাই থৈ কাপোৰখন লৈ চিপাহীটো ওলাই আহিল। কাপোৰখনতো অলপ বান্ধি লব পৰা হ'লে ভাল আছিল। কিন্তু কাপোৰখন কঁকালত নাবান্ধিলে কঁকাল তেনেই ছুডোখৰ হ'ব। তাৰ উপৰিও যদি বুঢ়ী আয়ে টানি তুলিব নোৱাৰে? ৰছীও ছিগিব পাৰে। পাছত আকৌ আহি নিলেই চলিব। গছজোপাৰ চিন এটা ডালকৈ থৈ যাব লাগিব, খুব টান চাই ৰছী এডালো আনিব লাগিব।

ঘৰটোৰ পৰা ওলাই আহি চিপাহীয়ে ৰছীডালত টান মাৰিলে। ওপৰৰ পৰা বুঢ়ীয়ে সুধিলে,—"মোৰ জুইবাহটো আনিছানে, মইনা?"

চিপাহীয়ে ক'লে,—"সেইটোলে পাহবিছিলোঁৱেই বুঢ়ী আই, ৰবা মই লৰমাৰি লৈ আহোঁগৈ।" ইয়াকে কৈ চিপাহী লৰমাৰি প্ৰথম কুঠৰীটোত সোমাল, আৰু তাৰ পৰা টিঙিৰি-তুলাৰ বাহটো লৈ খোঁচোনাত ভালকৈ গুঁজিলে? তাৰ পাছত কঁকালত কাপোৰখন বান্ধি ওপৰত ৰছী মেৰিয়াই গাঁঠি দি দুই হাতেৰে ৰছীত ভালকৈ খামোচ মাৰি ধৰি ক'লে—"তোমাৰ টিঙিৰি-তুলা ললোঁ, বুঢ়ী আই। ভালকৈ খামোচ ধৰি টানিবা দেই। হাতৰ পৰা ৰছী পুলকিব লাগিলে, হাড় মূৰ তেনেই গুড়ি হ'ব, তোমাৰ টিঙিৰি-তুলাও নোপোৱা।"

বুঢ়ীয়ে চিপাহীক লাহে লাহে ওপৰলৈ তুলিলে। সিবাৰৰ দৰে এইবাৰ খোৰোংটো বৰ দীঘল যেন নালাগিল, কিন্তু কঁকালৰ অৱস্থা বৰ শোচনীয় হ'ল। চিপাহীক খোৰোংটোৰ মুখত নমায়েই বুঢ়ীয়ে ক'লে,—"মোৰ বস্তুটো দিয়া।" চিপাহীয়ে ক'লে—"কেনেবাকৈ পৰি যায় বুলি তোমাৰ বস্তুটো কাপোৰৰ একেবাৰেই তলত সুমালোঁ দেও। মোৰ বৰ মূৰ ঘূৰাইছে, যিমান তোখৰ হে উঠিব লাগে। ব'লা, তলত তোমাৰ টিঙিৰি-তুলা দিম।" এই বুলি কঁকালৰ ৰছী সোলোকাই চিপাহী নামি আহিল। মাটি পাই চিপাহীয়ে কঁকালত দাখন বান্ধি ল'লে।

বুঢ়ী নামিয়েই ক'লে,—"মোৰ বস্তুটো দিয়া।" খোঁচোনাৰ পৰা টিঙিৰি-তুলাৰ বাহটো উলিয়াই চিপাহীয়ে ক'লে,—"বুঢ়ী আই, তাত ইমান ধন-সোণ আছে, তোমাক তাৰ একো নালাগে। লাগে এই বাহটো। তাৰ পৰা বুজিব পাৰি ইয়াত বহুত গুণ আছে। কোৱাঁ ইয়াৰ গুণ কি?" বুঢ়ীয়ে ক'লে,—"তোমাক মন জোখাই ধন দিছোঁ সোণাই, মোৰ বস্তুটোত নো চকু দিছা কেলৈ? দিয়া, মোৰ সোণটো মোৰ বস্তুকেৰা দি দিয়া।" চিপাহীয়ে ক'লে—"উহোঁ, সেইটো হ'বই নোৱাৰে। এইটো পালে বা তুমি কি কৰা তাৰ ঠিক নাই। তুমি যদি ইয়াৰ কি গুণ কোৱা তেন্তে বস্তুটো তোমাক দিম নে নিদিম ভাবি

চাম।" বুঢ়ীয়ে আকৌ ক'লে,—"মোৰ বস্তুকেৰা মোক দিয়ঁা, মইনা।" উত্তৰত চিপাহীয়ে বুঢ়ীক দাখন দেখুৱালে। তাৰ পাছত সি জোতা পিন্ধি হাবিৰ পৰা ওলাই আহিল। বুঢ়ীয়ে তাৰ পিছে পিছে আহি ক'লে,—"দিয়ঁা মইনা, মোৰ বস্তুটো মোক দিয়ঁা।" চিপাহীয়ে ক'লে—"নিদিওঁ বুলিছোঁ নহয়? এইখন দেখিছ? ইয়াৰে এঘাপ হে লাগিব।" বুঢ়ীয়ে চিপাহীৰ কালে যি দৰে চালে, পৰা হ'লে চিপাহীক তাতে ভস্ম কৰি থলেহেঁতেন। তাৰ পাছত তাই কান্দি কান্দি গুচি গ'ল। চিপাহীয়ে বাটৰ দাঁতিৰ গছ জোপাদিয়েক যৈয়াই ঠাই ভোথৰৰ চিন থৈ নগৰ পালেগৈ।

নগৰখন সেই দেশৰ ৰাজধানী, অৰ্থাৎ সেই দেশৰ ৰজা সেই নগৰতে থাকে। ৰজা থাকিলেই সেই নগৰত ডাঙৰ ঘৰৰ অভাৱ কম। বৰ ডাঙৰ ঘৰ এটা ভাৰা কৰি লৈ চিপাহী সুখেৰে থাকিল। চিপাহীৰ টকা আছে আৰু সেই টকা খৰচ কৰাত অলপো সঙ্কোচ নাই, এতেকে পৰিষদ গোট খোৱাত মুঠেই পলম নহ'ল। পৰিষদ-সকলে চিপাহীক মাতে 'মহাৰাজ' বুলি। 'মহাৰাজৰ' খৰচত খুব ৰং-ধেমালি চলে। দিনে দিনে ভোজ আৰু ভোজত সতকাই নোপোৱা বস্তু বন্ধু বান্ধৱক খুৱাই চিপাহী 'মহাৰাজ' কৃতাৰ্থ হয়।

এইদৰে খৰচ হ'লে ছজেপ আৰু এমোনা সোণৰ মোহৰে কিমান দিন যাব? ধন যিমানেই কমি আহিল, চিপাহী খৰচত সিমানেই কটকিন হ'ল। বন্ধু-বান্ধৱৰ সংখ্যাও কমি আহিল।

তেতিয়া চিপাহীয়ে বৰ ডাঙৰ আৰু দীঘল ৰছী এডাল লৈ ধন-ভঁৰাললৈ বাট থকা গছডাল বিচাৰি গ'ল। বাটৰ কাষত ঘপিয়াই খোৱা গছ এটাইবোৰ আছে। কিন্তু তললৈ খোৰোং থকা গছজোপা একো পধ্যে চিপাহীয়ে বিচাৰি উলিয়াব নোৱাৰিলে। চিপাহীয়ে তেতিয়া বুজিলে "বুঢ়ী আইৰ কিবা এটা কিটিপ আছিল। তেৱেঁই গছজোপা মায়া কৰিলে। বপুৰা নিৰুপায় হৈ ডাঙৰ ঘৰটো এৰি চাকৰ-নাকৰ খেদাই সৰু ঘৰ এটাৰ খোঁটালী এটা ভাৰা কৰি লৈ

ভাতে থাকিল। হাতৰ ধন এতিয়া মানে ইমান কমিল যে মাখোন এসাঁজ হে খায়, আৰু বাতি হ'লে চাকি নলগায়। আগৰ বন্ধু-বান্ধৱক সহায় খুজিলে। কোনো ঘৰতে নাই, কাৰো ল'ৰাৰ বেমাৰ, চিকিৎসাৰ পইচা নিজেই ধাৰ কৰিবলৈ বিচাৰি ফুৰিছে, কাৰো ঘৈণীয়েক বেমাৰত যায় যায়, গুলাই আহি 'মহাৰাজক' দেখা কৰিবৰ সময় নাই।

এদিন সন্ধ্যা বেলিকা চিপাহীয়ে মন-মাৰি বহি আছে। অতীতৰ কথা ভাবিছে, কামত থাকোঁতে কেনে কষ্ট কৰিবলগীয়া হৈছিল, তথাপি দৰমহাই ছবেলা ছসাঁজ গুদাই-নিকাই খাবলৈ জুৰিছিল। তাৰ পাছত, বুঢ়ীৰ সৈতে দেখা। যদি বুঢ়ীক টেমাটো দিলেহেঁতেন বুঢ়ীয়ে গজজোপা মায়া কৰি নিনিয়ে। কাপোৰখনো বুঢ়ীক খুজি ৰাখিব পাৰিলেহেঁতেন। বুঢ়ীক টেমাটো নিদিয়া কামটো উপকাৰীক অজগৰে খোৱাৰ দৰে হ'ল। বৰ অধৰ্ম্মৰ কাম হ'ল! নিজে এনে অধৰ্ম্ম নকৰা হ'লে, এতিয়া ইমান কষ্ট ভুগিব নালাগে। ছুটীও কেতিয়াবাই ঢুকাল। সময়মতে কামত উপস্থিত নোহোৱাত নিশ্চয় কামৰ পৰা তাৰ নাম কাটি দিছে। অধৰ্ম্মৰ ইয়ো এটা ফল। বন্ধু-বান্ধৱৰ হাতত লাঞ্ছনাও তাৰে ফল। আগলৈ সি আৰু এনে অধৰ্ম্ম নকৰে। এতিয়া কোনো মতে এই অনাটন অৱস্থাৰ পৰা উধাৰ পাৰিলেই হ'ল। আগলৈ নিশ্চয় যাকে তাকে বন্ধুৰ শ্ৰেণীত নলয়। তেহেলৈ সিহঁতে 'মহাৰাজ'কে বোলক, বা আৰু ডাঙৰ উপাধি দিয়ক। এতিয়া কি উপায় হয়? চুৰট এটাও খাবৰ মন গৈছে। আছেনে নাই জানো?

জেপত বিচাৰি মুমাই খোৱা চুৰটৰ টুকুৰা এটা পালে। জুইবাহটো উলিয়াই চালে, তাত কাঠী এটাও নাই। দলিয়াই সেইটো পেলাই দিলে। জুই এতিয়া ক'ত পায়? ওচৰচুবুৰীয়াৰ ওচৰলৈ যাবলৈকো লাজ লাগিছে। চুৰট টুকুৰা আঙুলিৰ মাজত পকাই থাকোঁতে বুঢ়ীৰ পৰা ভকা দি অনা টিঙিৰ-তুলা বাহটোৰ কথা মনত পৰিল। সেইটো তাৰ চিপাহী মোনাটোতে আছে। তাৰ

পৰা উলিয়াই বাহটোৰ ভিতৰত সৰু শিল এডোখৰ পালে। বাহটোত শিল ডোখৰ ঘঁহালতে খোঁটালীটোৰ দুৱাৰখন মেল খাই গ'ল, অমৰা-চকুৱা কুকুৰটো আহি সুধিলে, “প্ৰভুক কি লাগে ?” কুকুৰটো দেখি চিপাহী উচাপ খাই উঠিল, বুকু ডাঠ কৰি ক'লে,—“মোক অলপ পইচা লাগে।” চকুৰ পচাৰতে কুকুৰটোৱে টোপোলা এটা আনি পেলাই থৈ ততালিকে গুচি গ'ল। চিপাহীয়ে টোপালাটো মেলি দেখে তাত এটাইবোৰ তামৰ পইচা। চুৰটৰ খাগি নাইকিয়া হ'ল। চিপাহীয়ে ভাবিবলৈ ধৰিলে। ইয়াৰ অৰ্থ কি ? শিলডোখৰ বাৰু দুবাৰ ঘঁহালে কি হয় ? ঘঁহাই চালে। নেমু-চকুৱা কুকুৰটো আহিল। সি ৰূপ আনি দিলে। শিলডোখৰ তিনি বাৰ ঘঁহালত ৰবাব-চকুৱা কুকুৰ আহিল। তাৰ হতুৱাই সোণৰ মোহৰ অনালে। এতিয়াহে টিণ্ডিৰি বাহৰ কি গুণ বুজিব পাৰিলে। বুঢ়ীক টেমাটো লাগিছিল ইয়ালৈকে হে! চিপাহীৰ মুখৰপৰা আপোনা-আপুনি ওলাল— “এতিয়া বুজিলোঁ বুঢ়ী আই! এইটো পোৱা হ'লে মই অনা ধনখিনিও তুমি নিলাহেঁতেন। আৰু বা মোৰ কি উপকাৰ সাধিলহেঁতেন কোনে জানে ?”

টকা হ'ল যেতিয়া এই টোকোনা ঘৰত থাকে কোন ? সেই ৰাতিয়েই আগৰ ঘৰলৈ গ'ল। আগৰ বন্দী-বেটী আহিল। বন্ধুসকলো এটা এটাকৈ আকৌ আহিল। সিহঁতৰ প্ৰথমে আহিবলৈ লাজ লাগিছিল। যেতিয়া 'মহাৰাজক' আহি কত ৰকমৰ পৰিতাপ কৰি ক'লে, সিহঁত কত মস্কিলত পৰি মহাৰাজক একো পধ্যে সহায় কৰিব নোৱাৰিলে, তাৰ বাবে সিহঁতে কিমান লাজ আৰু বেজাৰ পাইছে 'মহাৰাজক' কেনেকৈ বুজাব, 'মহাৰাজ' পমি গ'ল, সিহঁতলৈ আগৰ বিতৃষ্ণা নাইকিয়া হ'ল। নিজৰ প্ৰতিজ্ঞা পাহৰিলে। আকৌ বন্ধু-বান্ধৱে সৈতে ৰং ধেমালি চলিল, আকৌ ভোজ চলিল। দিন ৰাতি তামাচা, দিন ৰাতি গান-বাজনা, খোৱাৰ ধুমধাম। হাত শুদা হ'লেই টকা পইচা যি লাগে, কুকুৰে আনি দিয়ে।

সেই দেশৰ ৰজাৰ সন্তানৰ ভিতৰত মাথোন একেজনী ছোৱালী। যেয়ে তাইক বিয়া কৰাব, সেয়ে ৰাজ্যখনো পাব। জ্যোতিৰ্বিদে কিন্তু কৈ থৈছে, ৰাজকুমাৰীক এটা সামান্য চিপাহীয়ে বিয়া কৰাব। ৰজা-ৰাণীৰ কিন্তু বৰ আপত্তি। সামান্য চিপাহীক ছোৱালী দিব নোৱাৰি। কেনেবাকৈ কুঁৱৰীক চিপাহীয়ে নিয়ে বুলি, অলপ ডাঙৰ হ'লতে তামৰ ঘৰ এটা সাজি তাৰ ভিতৰত থলে। তালৈ ৰজা আৰু ৰাণীৰ বাদে আন মানুহ যাবলৈ মানা।

বন্ধুসকলৰ মুখে চিপাহীয়ে এই কথাবোৰ শুনিলে। সি যে আগেয়ে চিপাহী কাম কৰিছিল, বন্ধুসকলে অৱশ্যে নাজানে। সেই ৰাতিয়েই মানুহ-দুনুহ যোৱাৰ পাছত টিণ্ডিৰি-তুলাৰ বাহটো লৈ শিল ডোখৰ বাহটোত এবাৰ ঘঁহালে। অমৰা-চকুৰা কুকুৰটো আহিলত, ৰজাৰ জীয়েৰক আনিবলৈ ক'লে। কুকুৰটোৱে তৎক্ষণাতে শুই থকা কুমাৰীক পিঠিৰ ওপৰত পেলাই আনিলে। কুমাৰীৰ ৰূপ দেখি চিপাহী মোহ গ'ল। কুকুৰটোৰ পিঠিৰ পৰা ৰাজকন্যাক নমাই ললতে কুকুৰটো গুচি গ'ল। চিপাহীয়ে কুমাৰীক বিছনাত শুৱাই তেওঁৰ ৰূপ চাই থাকিল; দোকমোকালিৰ আগতে কুমাৰীৰ গালে মুখে হাত ফুৰাই, অমৰা-চকুৰাক আকৌ আনি তাৰ হতুৱাই আগৰ ঠাইত কুমাৰীক থোৱালে।

পাছ দিনা ৰাণী যেতিয়া জীয়েকৰ ওচৰকৈ গ'ল, জীয়েকে ক'লে,—"আই, কালি ৰাতি মই সপোন দেখিছিলোঁ যেন কুকুৰ এটাই আহি মই শুই থকাৰ পৰা তাৰ পিঠিত তুলি লৈ গৈ এটা বৰ ধুনীয়া ডেকাৰ ঘৰ পোৱালে। তাতে যেন চিপাহীৰ মোনা এটা আৰু কেঁকোৰা দা এখন বেৰত আঁৰা আছিল। ডেকাজনে মোক তেওঁৰ বিছনাত শুৱাই মোৰ কাষতে বহি মোৰ মুখলৈ চাই আছিল। কুকুৰটোৱে মোক ইয়াত থৈ যোৱাৰ আগেয়ে ডেকাজনে মোৰ গালে মুখে হাত ফুৰাই মৰম কৰিছিল। মোৰ মনটো আজি কিবা উকমা উকমা যেন লাগিছে। ডেকাজনক যেন আকৌ দেখা পাম।"

জীয়েকৰ কথা শুনি ৰাণীৰ বুকুখন চাত কৰে উঠিল। কথাটো সঁচা নে অসঁচ? যদি সঁচা হয়, তেন্তে সৰ্ব্বনাশ! যিহলৈকে ভয় কৰিছিল এতিয়া সেয়ে হয়! আৰু এনে সাহিয়াল চিপাহী ইয়াত কোন আছে যি ৰজাৰ জীয়েকক এই ফুটা নথকা ঘৰৰ পৰা নিয়াব পাৰে? আৰু নিয়ালে কুকুৰৰ হতুৱাই! বাৰু এইটো নো কেনে মানুহ? ইয়াক ধৰা পেলাবই লাগিব। এইদৰে ভাবি ৰাণীয়ে তেতিয়া একো নক'লে, কিন্তু ৰাতি যেতিয়া কুমাৰী শুলে, ৰাণীয়ে পিঠাগুড়িৰ টোপোলা এটা জীয়েকৰ কাপোৰৰ আগত বান্ধি থলে। টোপোলাটোত এগাল সৰু সৰু বিন্ধা কৰি দিলে।

চিপাহীয়ে ৰজাৰ জীয়েকক দেখি একেবাৰেই মোহ গৈছিল। সেই ৰাতিও অমৰা-চকুৰাৰ হতুৱাই কুমাৰীক অনালে। ওভোতাই পঠাবৰ সময়ত সেইদিনাও গালে-মুখে হাত ফুৰাই মৰম কৰি পঠাইছিল।

পাছ দিনা ৰাজকন্যাই মাকক ক'লে যে আগৰ নিশাৰ দৰে যোৱা নিশাও তেওঁ স্বপ্ন দেখিছিল। খিড়িকীয়েদি চাই ৰাণীয়ে দেখিলে যে পিঠাগুড়িৰ দাগ এটা বাটত লানি লাগি পৰি আছে। তৎক্ষণাৎ কথাটো ৰজাক ক'লেগৈ। ৰজাই কটোৱালক হুকুম দিলে,—"এই পিঠাগুড়িৰ দাগটো যাৰ ঘৰতে অন্ত হৈছে, তাক আনি বন্দীশালত থবি, আৰু আহি মোক খবৰ দিবি।"

কটোৱালে ছটা চিপাহী লৈ তৎক্ষণাৎ দাগে-দাগে গ'ল। আলি বাটে বাটে পিঠাগুড়ি পৰি গৈছে। পম খেদি পালেগৈ চিপাহী থকা কোঠা। বেচেৰাৰ ৰাতি-ৰাতিটো গ'ল ৰাজকন্যাৰ মুখলৈ চাই হা-হুমুনিয়াহ কাঢ়ি থাকোঁতে। কুমাৰীক ওভোতাই পঠিয়াই খোঁটালীৰ দুৱাৰ মেলি শুই আছিল। পুৰতি হৈ আহিছে, চোৰ সোমোৱাৰ ভয় নাই, অথচ গাত চেঁচা বতাহ লাগিব। শুই থকা মানুহটোৰ দুই হাতে দুটা চিপাহীয়ে খামোচ মাৰি ধৰিলে। সি হাতত টেপা পাই সাৰ পালে। চকু মেলিয়েই মানুহবোৰক দেখিলে। বেৰত থকা

লাখন আনিবলৈ বুলি উঠিব খুজিছিল। আৰু দুটা মানুহে হেঁচা মাৰি ধৰিলে, আৰু দুই হাত একলগ কৰি হাতত হাত-কেৰেয়া মাৰি দিলে। তাৰ পাছত কঁকালত বছী লগাই বন্দীশালত সুমাই থলে। ৰজাক কথাটোৰ সংবাদ দিয়াত ৰজাই ক'লে পাছ দিনা চিপাহীৰ কাঁচি হ'ব আৰু ৰজাই ৰাণীয়েই তাক কাঁচি দিয়া চাবগৈ। মানুহটোক যে কাঁচি দিয়া হ'ব, এই কথা ঢোল পিটি গোটেই ৰাজ্যত শুনাই দিয়া হ'ল।

সেই ৰাতিটো চিপাহীৰ বন্দীশালতে গ'ল। গ'ল ৰাতি ক'ত ৰাজকন্যাৰ মনমোহা ৰূপ আৰু আজি ৰাতি ক'ত বন্দীশাল! তাৰ ওপৰিও মহ-উৰহৰ কামোৰ। বেচেৰা কাঠৰ খাট এখনত পৰি আছে, তলৰ পৰা উৰহৰ কামোৰ ওপৰত মহৰ কামোৰ আৰু গুণগুণনি। সি ৰাতিৰ ৰাতিটো চকু টিপকে মাৰিব নোৱাৰিলে। আগৰ দুৰাতিও টোপনি নাই। সেই ৰাতিও কেতিয়াবা চকু জাপ যাব খোজে, কাণৰ ওচৰত মহে কোন-কোনাই উঠে। খঙতে কাণৰ ওচৰত কেৰেয়া লগোৱা হাতেৰেই চৰ মাৰি দিলে। "কটা, খাব খা, এই কোনকোননিখন কিহৰ?" মহ মৰিল নে নাই ঠিকনা নাই, কিন্তু কাণ ৰমৰমাই গ'ল, মূৰত হাতকেৰেয়াৰ খুন্দা খালে। কেতিয়াবা আকৌ যদি চকু মুদ যাব খোজে ডালশলিয়াই খৰখৰাই উঠে। ৰাতিটোৰ ভিতৰত কেইটা শলিয়া যে তাৰ গাত বগাই গ'ল তাৰ লেখ নাই। একোবাৰ শলিয়াক গুৰিয়াওঁতে নিজৰ গোৰোৱাত হে দুখ পায়। এই দৰেই তাৰ এই দুখৰ নিশাটো গ'ল।

পুৱতি নিশাতে সি খাটখনৰ পৰা উঠিল। অন্ততঃ উৰহৰ কামোৰৰ হাত সাৰিলে! পলাবৰ কিবা উপায় আছেনে নাই পৰীক্ষা কৰি চালে। দুৱাৰত বাজ ফালৰ পৰা বাহুলি-সঁচাৰ লগোৱা। খিড়িকীত শকত শকত লোৰ শলা। হাতত হাত-কেৰেয়া নথকা হ'লে শলা বেঁকা কৰিবলৈ চেষ্টা কৰি চালেহেঁতেন।

ডালকৈ ৰাতি পুৱালত বন্দীশালৰ কাষেদি সৰু ল'ৰা এটা

গৈছিল। তাক ওচৰলৈ মাতি চিপাহীয়ে ক'লে,—"হেৰ বোপাই, মোক এটা কাম কৰি দিব পাৰনে? সোণৰ মোহৰ এটা দিম।" সোণৰ মোহৰৰ লোভত ল'ৰাটো তৎক্ষণাৎ সন্মত হ'ল। কি কাম কৰিব লাগে তাৰ সম্ভেদ নল'লে, কামটো কৰিব পাৰিবনে নাই তাৰ বিচাৰ নকৰিলে, কাৰণ সোণৰ মোহৰ এটা পাব। চিপাহীয়ে ক'লে,—"সৌ যে বৰ ডাঙৰ বগা ঘৰটো দেখিছ, তালৈ যা। কালৈকো ভয় নকৰিবি, ওপৰ তলালৈ উঠি যাবি। অথলাৰ মুখতে যিটো কোঠা পাবি, তাৰ বেৰত এটা মোনা আঁৰি থোৱা আছে। মোনাটোৰ ভিতৰত সৰু টেমা এটা পাবি, সেইটো মোক আনি দিব পাৰিলে তোক দিব খোজা পুৰস্কাৰটো পাবি।" ল'ৰাটোৱে লৰ মাৰি টেমাটো আনি দিলে। চিপাহীয়ে ক'লে—"এতিয়া মোৰ হাতত পইচা নাই, তই আবেলিকৈ তালৈ যাবি, কেইবাটাও মোহৰ দিম।" ল'ৰাটোৱে কি কৰিব, সেমেনা-সেমেনি কৰি গুচি গ'ল। কটা, সি যদি মোহৰটো আগেয়ে ল'লেহেঁতেন। এতিয়া আবেলিলৈকে বৰ লগা হ'ল! তেতিয়াও পাব নে নেপায় কি ঠিক আছে?

কটোৱালে চিপাহীক ধৰি আনোতে টিঙিৰিৰ বাহটো তাৰ লগত নাছিল। থকা হ'লে মানুহ কেইটাক এশিকনি দিব পাৰিলেহেঁতেন, ৰাতি মহ-উৰহ-শলিয়াৰ উপদ্ৰৱ সহিবও নালাগিলহেঁতেন। টিঙিৰিৰ বাহটো পাই তাৰ বুকু ডাঠ হ'ল। চোৱা যক এতিয়া ৰজাই তাক কি কৰিব পাৰে।

বন্দীশালৰ বাহিৰে ফাঁচি দিয়া ঠাই। মানুহ ফাঁচি দিয়া চাবলৈ লোকে লোকাৰণ্য হৈছে। ৰজা ৰাণী আহি বৰ ওখ কৈ সজোৱা আসনত বহিল। বন্দীশালৰ পৰা চিপাহীক হাত বান্ধি আনি ফাঁচিকাঠৰ ওচৰ পোৱালে। ৰজাৰ হুকুম মতে তাক ফাঁচিকাঠৰ ওপৰলৈ তুলি, মূৰত চকু-ঢকা টুপি পিন্ধাব খোজোঁতেই সি চিঞৰি চিঞৰি ক'লে—"স্বৰ্গদেৱে মোক ফাঁচিত দিবৰ হুকুম দিছে। মই এনে কি দোষ কৰিলোঁ ক'ব নোৱাৰোঁ। মোক ফাঁচি দিয়া স্বৰ্গদেৱৰ

ইয়াক দেখিলা মই আপত্তি কৰিলেও একো লাভ নাই। কিন্তু মোৰ মনত এটা হেঁপাহ আছে, স্বৰ্গদেৱে যদি সেইটো পূৰণ কৰিবলৈ নিদিয়ে হেঁপাহ লগতে যাব। গোলামে এটা চুৰট খাই লব খোজেঁ। স্বৰ্গদেৱে গোলামৰ এই প্ৰাৰ্থনাটো পূৰাব লাগে।" চুৰট খাবলৈ সুবিধা দিবলৈ ৰজাই আদেশ দিলে। চন্তৰীয়ে হাত-কেৰেয়া খুলি দিলে।

টিঙিৰিৰ বাহটো অত বেলি চিপাহীয়ে হাতৰ মুঠিতে লৈ ফুৰিছিল। ইচ্ছা কৰা হ'লে আগেয়েই টিঙিৰি ঘঁহাব পাৰিলেহেঁতেন। কিন্তু ক'ৰ পানী কলৈ যায় তাকে চাইছিল। হাত-কেৰেয়া খুলি দিলত টিঙিৰি ডোখৰ এবাৰ, তাৰ পাছত দুবাৰ, তাৰ পাছত তিনিবাৰ ওপৰা-উপৰিকৈ বাহত ঘঁহিলে। চকুৰ পচাৰতে অমৰা-চকুৰা, নেমু-চকুৰা, ৰবাব-চকুৰা তিনিওটা কুকুৰ আহি সুধিলে,—"প্ৰভুক কি লাগে?" চিপাহীয়ে ক'লে,—"ইহঁতে মোক ফাঁচিত দিব খুজিছে, মোক ৰক্ষা কৰ।"

মুহূৰ্ত্তকতে এইখিনি হ'ল। প্ৰজাবোৰে অদ্ভুত কুকুৰকেইটা দেখি পিয়াপি দিলে। যিবোৰ আছিল কুকুৰকেইটাই একো একোটাক ধৰি ওপৰলৈ মাৰি পঠিয়ালে। ৰবাব-চকুৰাই ধৰি ৰজাক ওপৰলৈ মাৰি পঠিয়ালে। মানুহবোৰ ঢোপটোৰ দৰে আকাশত ঘূৰি ঘূৰি মাটিত পৰিল, কিন্তু কোনেও অকণো দুখ নাপালে। এটাইবোৰৰ কিন্তু ধাতু উৰিল। প্ৰজাবোৰে চিঞৰিবলৈ ধৰিলে,—"আমাক ৰক্ষা কৰাঁ, তোমাক যিহকে লাগে তাকে দিম।" চিপাহীয়ে হাত দাঙিলতে কুকুৰকেইটাই মানুহক এৰি চিপাহীৰ ওচৰত থিয় দি ৰল। চিপাহীয়ে ক'লে,—"ৰজাৰ জীয়েকক যদি মোলৈ বিয়া দিয়ে মই আৰু কাৰো একো অন্যায় নকৰোঁ।" প্ৰজাই চিঞৰি উঠিল,—"ৰাজ-কন্যাক এওঁলৈ দিয়ক।" উপায় নাপাই ৰজা মান্তি হ'ল। কুকুৰৰ এছাৰ খোৱাতকৈ লাগিলে চিপাহীয়েই জোঁৱাই হক।

ৰাজ-পুৰোহিতে গৈ তামৰ ঘৰৰ পৰা ৰাজ-কন্যাক আনিলে।

চিপাহীয়ে কুমাৰীক দেখিয়েই মহা-উৎসৱ কামোৰৰ কষ্ট পাহৰিলে। ঠিক হ'ল, পাছ দিনা ৰাজ-কন্যাৰে চিপাহীৰ বিয়া হ'ব। প্ৰজা ঘৰাঘৰি গ'ল। ৰজা-ৰাণীয়ে জীয়েকক কাৰেঙলৈ লৈ গ'ল। যাবৰ সময়ত প্ৰজাই বৰ-কন্যাক আশীৰ্ব্বাদ দি হৈ-ধ্বনি দিলে।

ৰাতিপুৱা টিঙিৰি-তুলাৰ বাহটো আনি দিয়া ল'ৰাটোক চিপাহীয়ে সোণৰ মোহৰ এথৈলা দিলে আৰু পাছ দিনা বিয়ালৈ আহিবলৈ নিমন্ত্ৰণ কৰিলে। ততাতৈয়াকৈ ল'ৰাটো বিয়াত পিন্ধা সাজ কিনিবলৈ গ'ল।

সি নিমন্ত্ৰণ খোৱাৰ আগেয়ে আমি ভাত খাই লওঁগৈ, মইনা। কিজানি আমাকো নিমন্ত্ৰণ কৰে। আজি পহুৰ মঙহ ৰান্ধিছে, পেট ভৰাই খাব লাগিব। দেৰি হ'লে নিমন্ত্ৰণ খোৱাৰ সময়লৈ ভোক নালাগিবও পাৰে।

মইনা—পাছে বিয়া হ'ল নে নহ'ল ?

দাদা—বিয়া হ'ল, ৰাইজে পেট ভৰাই খাবলৈকো পালে আৰু ৰজা মৰাৰ পাছত ৰজাৰ জোঁৱায়েক চিপাহীটো ৰজা হ'ল।

মইনা—তাৰ হাতত টিঙিৰি-তুলাৰ বাহটো এতিয়াও আছেনে ?

দাদা—নাই। কুকুৰ লগোৱাই বাপেকৰ দুৰ্গতি কৰাৰ কাৰণে কুমাৰীয়ে এদিন মনে মনে টিঙিৰি ভোথৰ শিলগুটিৰ মাজত পেলাই দিলে। চিপাহীয়ে বিচাৰি হায়ৰাণ হ'ল, কিন্তু টিঙিৰি ভোথৰ কোনে কি কৰিলে উৱাদিহ নাপালে। কিন্তু চিপাহীৰ ইয়াত একো ক্ষতি নহ'ল। তাৰ টকা-পইচা ল'গা হ'লে ৰাজ-ভঁৰালৰ পৰাই আহে।

মইনা—টিঙিৰি ভোথৰ পেলাই দিয়া ভাল হ'ল। কুকুৰকেইটা বৰ বদ্‌মাচ্।

## [৬]

আজি আবেলিৰ পৰা ঠাণ্ডা পৰিছে। দাদাৰ কাছাৰীত বহুত কাম আছিল। কিবা এখন বৰ জৰুৰী কাকতৰ উত্তৰ কাইলৈ যাবই লাগে, আজিয়েই তাৰ সকলো কাকতপত্ৰ যুগুত কৰি থব লাগে, বৰ চাহাবৰ হুকুম। এতেকে দাদা কাছাৰীৰ পৰা ওলোৱা দেৰি হ'ল। সন্ধ্যা লগাৰ আগে আগে হে ঘৰ সোমাইছেহি। সন্ধ্যা লাগিও ভাগিল, মইনায়ো চাৰি এখন লৈ চোতাল পালেহি। আজি কিন্তু দাদা চোতালত নাই। মইনা দাদাৰ শোৱনি-ঘৰলৈ গ'ল। দেখে, দাদাই এটা ঠেঙৰ ওপৰত ইটো ঠেং তুলি, ওপৰলৈ পেট কৰি বিছনাত পৰি আছে, হাতত ঘুৰঘুৰীৰ নলী। খুৰীয়ে চিলিমৰ জুই ফুৰাই দিছে, দাদাই টোৰোক-টোৰোক ঘুৰঘুৰী টানিছে।

মইনাই ক'লে,—"দাদা, আপুনি বৰ বেয়া। কালি মোৰ পাঠ অহা নাছিল বাবে মই সাধু শুনিবলৈ নগৈছিলোঁ, আপুনি মোক মাতি নিলে। আজি মোৰ পঢ়া আহিছে, আপোনাৰ দেখা পাবলৈকে নাই। আপুনি মোক কালি নেওঁতা বিমানলৈকে পঢ়ি থবলৈ দিছিল, মই তাতোকৈ বেছিকৈ আওৰাই থৈছোঁ।" দাদাই ক'লে,—"বেচ কথা মইনা, যদি পঢ়া ভালকৈ দিব পাৰা তেন্তে আজি বৰ বঢ়িয়া সাধু এটা ক'ম। ব'লা বাক এতিয়া।"

দুয়ো আহি চোতালত দুখন চাৰিত বহিল। দাদাই মইনাৰ পঢ়া লৈ কিছুমান পাঠ নতুনকৈ দিলে। নতুন পাঠখিনি এবাৰ বুজাই দি সাধু ক'বলৈ আৰম্ভ কৰিলে।

## অ্যাল-ঢিলা ভিকছুৰ কথা।

এক বুঢ়া আছিল। জাতত কমাৰ, দা-কটাৰী গঢ়ে। বুঢ়াই গঢ়া দা হেনো ইমান চোকা হয় যে তাৰে ডাঢ়ি খুৰাব পাৰি, বুঢ়াই কৰা কোৰেৰে শিল কাটিব পাৰি। অৱশ্যে সেইবোৰ বুঢ়াই কোৱা কথা। ব্যৱহাৰ কৰোঁতাই কি কয় মই নাজানো। বুঢ়াৰ এজনী জীয়েক আছিল। দেখিবলৈ বৰ ধুনীয়া, নাম গোঁলাপী, দেখাত গোলাপ ফুলটোৰ দৰে মনমোহা। কাম-কাজত বৰ পাকৈত। গোলাপীৰ ঘৰখন বৰ পৰিষ্কাৰ, গোটেইখন সৰা মচা, কতো পৰি থকা কুটা এডালকে দেখিবলৈ নাই। ঘৰত সকলো বস্তু পৰিপাটিকৈ থৈছে, যৰ বস্তু ত'তে থাকে, যদি বুঢ়াই সিঁচৰতি নকৰে। সেইটো বুঢ়াই প্ৰায়েই কৰেও। কিন্তু জীয়েকে হাঁহি হাঁহি বস্তুবোৰ দিহা লগাই থয়। বুঢ়াই কয় বোলে বস্তু দিহা লগাই থোৱা মাইকী মানুহৰ হে কাম। মতাৰ সেইবোৰ কৰিবলৈ সময় নাই। মতা মানুহে এই পিলিকা কামবোৰত লাগি থাকিলে, নিজৰ কাম কেতিয়া কৰিব? শাকৰ পোক বচা কাম মাইকী মানুহৰ হে। গোলাপীয়ে কিন্তু কয়, কামত শৃংখলা নাথাকিলে কাম খৰকৈ কৰিব নোৱাৰি। অলথা মানুহৰ বোলে বহুত ক্ষতি হয়। এই সিদিনা খন মাথোন বাপেকৰ কামত শৃংখলা নথকাৰ বাবে বহুত পইচা হেৰুৱালে। ক'ৰবাৰ বিদেশী-মানুহ এজনে ভাল দা এখনৰ নমুনা খুজিছিল। নমুনাটো ভাল হ'লে তেওঁ বহুত দা গঢ়াব। কিন্তু বাপেকে হাথিয়াৰ-পাতি য'তে ত'তে পেলাই থোৱা গতিকে দা ধাৰ দিবলৈ লগা বেত্তিগছ কমাৰশালৰ ছাইৰ তলত সোমাই থকাত, নমুনাৰ দাখন দেখনিয়াৰ কৰি দিব নোৱাৰিলে। সেইবাবে মানুহজনে পিতাকক আৰু দা গঢ়িবলৈ নিদিলে। তাতে বহুত পইচা ক্ষতি হ'ল।

ঘৰত বুঢ়া আৰু জীয়েক। বুঢ়াই দা, কটাৰী, কোৰ গঢ়ে, জীয়েকে ঘৰ চায়, শাকভলি কৰে, ভাত ৰান্ধে, গৰু-ছাগলী আলপৈচান কৰে। গোলাপীয়ে শাক-পাতেৰেই এনেকৈ ৰান্ধে যে বুঢ়াই খাই অমৃত যেন পায়। জীয়েকৰ কাম-কাজ দেখি, জীয়েকৰ ৰন্ধা-বঢ়া খাই, বুঢ়াৰ মনত ইমান আনন্দ যে মানুহৰ আগত জীয়েকৰ গুণ বখানি অন্ত কৰিব নোৱাৰে। জীয়েকে ৰোৱা পালেং পাত এটাত বোলে ৰব খঁকুৱা মানুহ এটায়ো ভাত খাবলৈ জোৰে। তাই ৰন্ধা ভাত-শাক হেনো এনে হয় যে ৰজাই খায়ো টকালি পাবিব। তাইৰ দৰে এনে সৰবগুণী ছোৱালী আৰু এই পৃথিৱীত নাই। তাই বোলে ধান খেৰেৰে সোণৰ ৰছী বাটি উলিয়াব পাৰে। সি এইবোৰ কথা গাঁৱত ঘহাই ফুৰে। তাৰ শাললৈ যেয়ে দা-কটাৰী কিনিবলৈ আহে, তাৰে আগত জীয়েকৰ গুণ বখনাত বুঢ়া শতমুখী। জীয়েক হেনো ৰাজ-ৰাণী হ'লেহে শুৱাব। গোলাপীয়ে বাপেকক সেইবোৰ কথা নক'বলৈ কয়,—বুঢ়াৰ কথাৰ কোব চৰেহে।

লাহে লাহে বুঢ়াৰ জীয়েকৰ কথা অহু-কাণে পহু-কাণে গৈ সেই দেশৰ ৰজাৰ কাণত পৰিল। ৰজা ডেকা, বিয়া-বাক আজিলৈকে কৰোৱা নাই। তাতে বিষম আক্ৰোহী। গোলাপীয়ে যদি সঁচাকৈয়ে ধান খেৰৰ পৰা সোণৰ ৰছী বাটি উলিয়াব পাৰে, তেন্তে তাইকে বিয়া কৰিব পাৰি। ৰাজ্য চলোৱাৰ খৰচ প্ৰজাৰ পৰা নুতুলিলেও হ'ব।

বুঢ়াকে জীয়েকক নিবলৈ ৰজাই টেকেলা পঠিয়ালে। ৰজাৰ টেকেলা দেখিয়েই বুঢ়া প্ৰায় মুছকঁছ গ'ল। গোলাপীয়ে ক'লে— "ব'লা এতিয়া, ৰজাৰ টেকেলা আহিছে যেতিয়া যাবই লাগিব। তোমাক কোঁপহী কথা ক'বলৈ মই হাক দিওঁ নহয়, এতিয়া দেখিলা কি হ'ল? এতিয়া তোমাৰ মুখতে আমাৰ মৰণ মিলিব।" বুঢ়াই হাতত তামোলৰ হাঁচতিখন লৈ, কান্ধত চাদৰ এখন পেলাই জীয়েকেৰে সৈতে ৰজাৰ ঘৰলৈ খোজ ল'লে।

টেকেলাই নি সিহঁতক ৰজাৰ আগত তেটাই দিলে। ৰজাই

গোলাপীক দেখি তাইৰ ৰূপত মোহ গ'ল। সঁচাকৈয়ে এই যদি খেৰৰ পৰা সোণৰ ৰছী বাটি উলিয়াব পাৰে, তেন্তে তাইক ৰাণী কৰিলে সোণত সুৰগা চৰোৱাৰ দৰে হ'ব। ৰজাই কমাৰ বুঢ়াক সুধিলে,—"চয়নে তোমাৰ জীয়েৰা বোলে বৰ গুণী?" বুঢ়াই ক'লে,—"হৈছে স্বৰ্গদেউ, ছুৰীয়াৰ পঁজাকে তাই এনেকৈ ৰাখে যে চোতালত ফু-মাৰি ভাত খাব পাৰি। মোৰ জীয়ে ৰোৱা লফাশাক একোডাল পচলাটো মান শকত হয়।" গোলাপীয়ে এনেতে চকু পোন্দাই ধৰাত বুঢ়াই আৰু বেছি নক'লে। বাটে বাটে গোলাপীয়ে বাপেকক বুজাই গৈছিল যে কথা বঢ়াই কোৱাৰ ফল বিষময় হয়। বুঢ়ায়ো আৰু কেতিয়াও কথা বঢ়াই নকয় বুলি কৈছিল।

ৰজাই ক'লে—"বৰ ভাল কথা। জীয়েৰাই বোলে ধান খেৰৰ পৰা সোণৰ ৰছী উলিয়াব পাৰে?" গোলাপীয়ে বাপেকক চকু পোন্দা কৰি ধৰিছিল, বুঢ়াই দেখিলেও। কিন্তু ৰজাই 'বৰ ভাল কথা' বোলাত সি ইমান উৎসাহ পাইছিল যে জীয়েকৰ চকুৰ ইঙ্গিতে তাৰ উৎসাহ দমাই ৰাখিব নোৱাৰিলে। সি টপৰাই মাত দিলে,—"হৈছে, স্বৰ্গদেউ ঈশ্বৰ।" কথাষাৰ মুখৰ পৰা ওলোৱাৰ পাছত হে তাৰ মনত খেলালে সি কি সৰ্ব্বনশীয়া কথা ক'লে। ৰজাই ক'লে—"বেচ কথা। তোমাৰ জীয়েৰাক তিনদিন পৰীক্ষা কৰি চাম। তেওঁ যদি সঁচাকৈয়ে ধান খেৰৰ পৰা সোণৰ ৰছী উলিয়াব পাৰে, তেন্তে তেওঁক মোৰ ৰাণী কৰিম। কিন্তু কথাষাৰ মিছা হ'লে, কথা বঢ়াই কোৱা বাবে, তিনিমুনি বাটত গাঁত খনাই তোমাক তাত কঁকাললৈকে পুতি কথা বঢ়াই কোৱা মুখখন খাবলৈ কুকুৰ লগাই দিম।" বুঢ়াই কান্দি পেলালে। মনে মনে প্ৰতিজ্ঞা কৰিলে, এইবাৰ কোনোমতে সাৰিব পাৰিলে সি কথা যে বঢ়াই নকয়েই, লাগিলে কথাকে নকয়। ৰজাই ক'লে,—যোৱাঁ এতিয়া। টেকেলাই তোমালোক থকা ঠাই ঠিক কৰি দিব আৰু খাবলৈ যি লাগে দিহা কৰি দিব। গধূলিকৈ জীয়েৰাক লৈ আহিবা, মই ধান খেৰ এমুঠা দিম। সোণৰ ৰছী বাটি দিব লাগিব।"

টেকেলাই নি বুঢ়াক আৰু জীয়েকক ঘৰ এটাত থাকিবলৈ দি খাবৰ সকলো বস্তু যোগাই দিলে। সিহঁতে কি খাব, ৰজাৰ কথা শুনি ভোক-পিয়াহ সকলো হৰিল। বুঢ়াৰ চকুলোৰ লানি নিছিগা হ'ল। জীয়েকৰ মুখ ক'লা, মুখৰ মাতেই নাই, গোঁজ-মাৰি খোৱাৰ দৰে থাকিল। বুঢ়াই এবাৰ ক'লে—"ব'ল, আমি পলাই যাওঁ। জীয়েকে ক'লে পলাই ক'ত সাৰিবা? ৰজাৰ মানুহে আকৌ ধৰি আনিব। তাৰ উপৰি পলাবৰ উপায়ো নাই। ৰজাৰ চিপাহীয়ে চাৰিওফালে বখি আছে।" বুঢ়াই এবাৰ ওলাই চাই দেখিলে ঘৰৰ কেওফালে চিপাহী। আহি ভিতৰত বহি থাকিল।

ৰাতি এডাঁৰমান যোৱাত টেকেলাই বুঢ়াকে জীয়েককে কাৰেঙলৈ লৈ গ'ল। ৰজাৰ মানুহে বৰ ভাঙৰ ধানখেৰ এমুঠা দি পকী-ঘৰ এটাৰ কোঠা এটাত গোলাপীক বন্ধ কৰি থলে। কাইলৈ ৰাতিপুৱাৰ ভিতৰতে এই এটাইখিনি খেৰৰ পৰা সোণৰ ৰছী বাটি উলিয়াব লাগিব।

খোঁটালীটোত মুঠেই একেটা কেৰাচিন তেলৰ চাকি। পোহৰতকৈ ধোঁৱা বেছি ওলাইছে। বেৰবোৰ কথমপি দেখি হে। গোলাপীয়ে সোণৰ ৰছী বাটে কেনেকৈ? খেৰ দুডালমান লৈ তাকে লিৰিকি-বিদাৰি উচুপি উচুপি কান্দি খেৰ দ'মৰ ওচৰতে বহি থাকিল।

লাহে লাহে ৰাতি বাঢ়ি গ'ল। ক'তো মানুহৰ মাত শুনিবলৈ নাইকিয়া হ'ল। আগডোখৰত এটা-দুটা মানুহে দুৱাৰৰ বিন্ধাই দি জুমি চাইছিল। ঘৰৰ ভিতৰত পোহৰ টিমিক-টামাক। মাথোন গোলাপীয়ে খেৰবোৰ লিৰিকি থকা দেখে। সিহঁতে ভাবিলে কমাৰৰ জীয়েকে সোণৰ ৰছী বাটিছে! তালকৈ একো মনিব নোৱাৰি আমনি লাগি আৰু নোচোৱা হ'ল।

ৰাতি দুপৰ হৈ গ'ল। গোটেই জগত নিস্তব্ধ। বাহিৰত প্ৰহৰীৰ জোতাৰ খোজৰ যি শব্দ মাজে মাজে শুনি। কেতিয়াবা কেঁচাই কুকলিয়ায়। সেই মাতটোকে শুনি গোলাপীৰ ভাল লাগে।

ঘৰৰ ভিতৰত কেৰাচিনৰ ধোঁৱা গোন্ধাব লাগিছে। গোলাপীয়ে এতিয়াও উচুপি আছে, কাইলে পিতাকৰ কি বিলৈ হ'ব? তাইৰ পিছফালৰ পৰা কোনোবা আহি মতা শুনিলে,—"আয়ে দেহি মোৰ আইজনী। কোনে মাৰিলে, হোঁ? ক'ত মাৰিলে চাওঁ। কিমান দুখ পালা?" গোলাপীয়ে উভতি চাই দেখিলে পিছফালে কেট কেট কৰে ক'লা বাওনা মানুহ এটা—

মইনাই জ্বাঁপ মাৰি দদায়েকৰ কাষ চাপিল।

দাদাই মিচিকিয়াই হাঁহি, মইনাৰ ডিঙিত হাত এখন দি কৈ যাবলৈ ধৰিলে,—তাৰ মূৰত টিকনি এডালৰ বাদে চুলি নিচেই নাই। তাৰ কপালখন উঠা, চকু টেলেকা-টেলেক আৰু ৰঙা, নাকটো গুৰিতে ওলোৱা, আগডোখৰ থিয়কৈ তললৈ পৰা, নাকৰ বিন্ধা কেইটা ভোমোলা ভোমোল, আগদাঁত কেইটা চটাচট, দাঁতৰ আলু ক'লা, ডিঙি দীঘল, পেটটো ওলোৱা, হাত ভৰি ছেৰেলা, নখ দীঘল, কঁকালত কটাকানি এডোখৰ।

সেইটোক দেখি গোলাপী উচাপ খাই উঠিল। সি আৰু "ক'ত মাৰিলে চাওঁ" বুলি তাইৰ গালত হাত দিওঁতেই তাই ইমান পিছল আৰু চেঁচা পালে যে তাই পিছ হুহঁকি গ'ল। সি দুনাই সোধাত "কোনেও মৰা নাই" বুলি ক'লে। তেন্তে কিয় কান্দিছ বুলি সোধাত তাই সকলোখিনি কথা বাওনাটোৰ আগত ক'লে। মহা বিপদত পৰি তাইৰ ভয় নাইকিয়া হৈছিল। আন সময়ত বাওনাটোক দেখিলে তাই ভয়তে মুছকঁছ গ'লহেঁতেন। কিন্তু এতিয়া যেন সিয়েই তাইৰ বন্ধু। কথা এটাইবোৰ শুনি লৈ বাওনাই ক'লে—"তই একো ভয় নকৰিবি, মোৰ দেহলাও, তোৰ হৈ এই কামটো মই কৰি দিম।" এই বুলি সি খেৰবোৰ কঁহিয়াবলৈ ধৰিলে। তাৰ হাত ইমান খৰকৈ চলিছিল যে গোলাপীয়ে তাৰ আঙুলি মনিব নোৱাৰিলে, কিন্তু দেখে যে একালে সি খেৰ কঁহিয়াইছে, সিকালে সোণৰ বছী ওলাই গৈছে। যেই খেৰ কঁহিৱা হৈ গ'ল, বাওনাটো থিতাতে নাইকিয়া

হ'ল। গোলাপীয়ে টোপনিত চাল খাই সোণৰ বহীৰ ওপৰতে মূৰ দি শুলে।

পাছ দিনা ৰাতিপুৱা দুৱাৰ মেলি ৰজাই দেখে ঘৰটোত সোণৰ বহীয়ে জকমকাই আছে। গোলাপী বহী দ'মৰ ওপৰত মূৰ দি শুই আছে। সোণৰ বহী দেখি ৰজাৰ আনন্দত ঠাই নাইকিয়া হ'ল। গোলাপীৰ চকুত পোহৰ পৰাত টোপনি ভাগি গ'ল। চকু মেলিয়েই ৰজাক দেখি ঘপকৰে উঠি কাপোৰ-কানি চম্ভালি ল'লে। সোণতকৈয়ো জেউতি চৰা গোলাপীৰ ৰূপত কিন্তু ৰজাৰ চকু নাই, চকু সোণৰ বহী দ'মতহে।

ৰজাই গোলাপীক বাপেকৰ ওচৰলৈ পঠিয়াই, সোণৰ বহীবোৰ ৰাজ-ভঁৰাললৈ দিলে।

কমাৰ বুঢ়াই গোটেই ৰাতিটো চকুটিপকে মাৰিব নোৱাৰিলে। জীয়েকে ধান খেৰৰ পৰা সোণৰ বহী কেনেকৈ বাটিব? কটা, তাৰ মুখৰ পৰা সেই কথাষাৰ যদি নোলালহেঁতেন। এতিয়া তাক জিবাই পিছলাই ৰজাই থনোৱা গাঁতত পেলালে। মানুহে ভালেটিহে কয়, ভৰিৰে পিছল খালে নিজে দুখ পায়, জিবাৰ পিছলে কিন্তু বিপদ ঘটায়। তাৰ নো জিবা ইমানকৈ পিছলে কিয়? জিবাখন উলিয়াই হাতেৰে টানি ধৰি উঘালি পেলাব খুজিলে। তাতো দুখ পাই এৰি দিলে। নিজৰ গালত নিজে চৰিয়ালে। উঃ! কুকুৰে মুখত কামুৰিলে বৰ দুখ পাব! বৰ ঘিণ লাগিব! কেনেকৈ আৰু সেই মুখেৰে সি ভাত খাব? "হে ঈশ্বৰ, মোক এই কষ্টৰ পৰা ৰক্ষা কৰাঁ, মই আৰু কেতিয়াও কথা বঢ়াই নকওঁ।" ঈশ্বৰলৈ মনত পৰাত সি অলপ শান্তি পালে। গোটেই ৰাতিটো "হে ঈশ্বৰ! মোক ৰক্ষা কৰাঁ" বুলি কটালে।

ৰাতিপুৱা যেতিয়া তাৰ জীয়েক আহিল, সি হাঁহিবই নে কান্দিবই ঠিক কৰিব নোৱাৰিলে। একে ৰাতিতে গোলাপীৰ চকু লোমাই গ'ল, মুখ বহুত শেঁতা পৰিল। বুঢ়াই সুধিলে,—"পাৰিলি নে আই?"

জীয়েকে মাথোন "ওঁ" বুলি উত্তৰ দিলে। বুঢ়াই ক'লে,—"কেনেকৈ কৰিলি হোঁ আই? মই মিছাকৈয়ে কওঁনে তই ধান খেৰেৰে সোণৰ বছী বাটিব পাৰ? বহুত বছী বাটিলি নে কি?" গোলাপীয়ে কিন্তু একো নামাতিলে। ঘনে ঘনে তাইৰ সেই পিশাচটোলৈ মনত পৰে।

দিনৰ দিনটো গোলাপীৰ এই দৰেই গ'ল। ভোক-পিয়াহ নাই। মাথোন সেই পিশাচটোলৈ মনত পৰি থাকে। আৰু তালৈ মনত পৰিলেই গাটো জিকাৰ খাই উঠে, নোম ভাল ভাল হয়। আজি ৰাতিও সেইটো আহিব জানো? আহিলেই ৰক্ষা!

সেইদিনা ৰাতি দিয়া খেৰ আগৰ দিনতকৈ বহুত বেছি। বাওনা পিশাচটো দুপৰ ৰাতিৰ পাছত হে আহিছিল। তাক দেখি ভয় লগা সত্বেও বাওনাটো আহিলত গোলাপীয়ে আশ্বাসৰ হুমুনিয়াহ কাঢ়িলে। বাওনাৰ আজি মুখৰ মাত নাই। আহিয়েই কামত লাগি গ'ল। কাম শেষ হ'লতে নাইকিয়া হ'ল।

ৰজাই তাৰ পাছদিনা ঘৰ গোটেইটো খেৰ ভৰাই গোলাপীক সোণৰ বছী বাটিবলৈ দিছে। গোলাপীয়ে ভাবি আছে, বাওনাটো আহি বছী বাটি দি যাব। দুপৰ ৰাতি হৈ গ'ল বাওনা নাহিল। আৰু এড়াঁৰমান গ'ল, তেওঁ বাওনা নেপালেহি। গোটেই জগত নিস্তব্ধ। কেতিয়াবা মাথোন চৰাই একোটাৰ মাত শুনি। ক'ৰবাত থিৰিক কৰিলেই গোলাপীয়ে দুৱাৰৰ ফালে চায়। বাওনাৰ দেখাই নাই। দুৱাৰৰ ফালে নিগনিয়ে খৰখৰাই উঠিল। গোলাপীয়ে ভাবিলে বাওনা আহিছে, চকু দুৱাৰলৈ গ'ল। কিন্তু বাওনা নাই অহা। দূৰৰ পৰা এটা হুদুৰ মাত ৰিণিকি ৰিণিকি শুনিলে,—"হোদ্দো হোদ্দো"! শুনিয়েই গাটো সিৰসিৰাই উঠিল। পিশাচটো আজি নাহেনে কি? নাহিলে কাইলৈ পিতাইৰ দশা কি হ'ব? কথাটো মনত খেলালতে গোটেইটো গা জমজমাই গ'ল। বাওনাৰ দৰে গোলাপীয়ে খেৰ কঁহিয়াবলৈ চেষ্টা কৰিলে। খেৰ খেৰেই থাকে, সোণৰ বছী নোলায়। গোলাপীয়ে উচুপি উচুপি কান্দিবলৈ ধৰিলে।

আক কিছু পৰ মোৱাত বাওনা ওলালহি। তাক দেখিয়েই গোলাপীৰ উচুপনি বন্ধ হ'ল। সি ক'লে,—"আজি হ'লে মই খেৰৰ পৰা সোণৰ ৰছী উলিয়াব নোৱাৰোঁ। তাতে খেৰ ইমানবোৰ। এই দুদিনে খেৰ কঁহিয়াই মোৰ হাত বিষাই আছে। কিন্তু তই যদি তিনি সইত খাই কথা এটাত মান্তি হব, তেন্তে মই চেষ্টা কৰি চাব পাৰোঁ।" গোলাপী মহা বিপদত পৰিল। তাই কেনেকৈ শপত খায়? জানোচা পিশাচটোৱে তাইক বিয়া কৰাবলৈকে বিচাৰে? কথাটো মনত খেলোৱাত তাইৰ হাত-ভৰি চেঁচা পৰি গ'ল। সোণৰ ৰছী বাটিব নোৱাৰিলেও তাইৰ বাপেকক তিনি আলিৰ মূৰত কঁকাল-লৈকে পুতি ৰজাই কুকুৰ লগাই দিব। সোণৰ ৰছী নহ'লে বাপেক মৰে, সোণৰ ৰছী বটাবলৈ গ'লে তাইৰ সৰ্ব্বনাশ হয়। দোধোৰ-মোৰত পৰি তাই মাতিব নোৱাৰা হ'ল। পিশাচটোৱে বুজিব পাৰিলে যে গোলাপী মহা সঙ্কটত পৰিছে। তাৰ ক'লা আলুৰে চটাচট দাঁত উলিয়াই হাঁহি ক'লে,—তই যিটো ভাবিছ সেইটো নহয়, মই অইন বস্তু এটাহে খুজিম। তোক নিব লাগিলে মোৰ গলগ্ৰহহে হবি।" সি দাঁত উলিয়াই হাহোঁতে তাৰ চেহেৰা হৈছিল এটা চিকচিকীয়া ক'লা হোঁকাত কোনোবাই চূণৰ দাগ দিয়াৰ দৰে। তাৰ দন্তবিকাশত যদিও গোলাপী শিয়ৰি উঠিছিল, তথাপি তাইৰ মূৰৰ পৰা বৰ ডাঙৰ বোজা এটা নমা যেন পালে। তাই ক'লে—"তোমাক যিহকে লাগে মই তাকে দিম, সইত সইত তিনি সইত খাই কৈছোঁ।" বাওনাটোৱে ক'লে,—"বাৰু তেন্তে, মই এতিয়া ৰছী বাটো। কাম খতম হ'লেই মোক কি লাগে ক'ম।"

এই বুলি সি খেৰৰ পৰা সোণৰ ৰছী উলিয়াবলৈ লাগি গ'ল। তাৰ হাত আজি ইমান খৰকৈ চলিছিল যে আঙুলিহে নালাগে, আজি তাৰ হাতৰ ঠাবিকে মনিব নোৱাৰা হ'ল। খেৰৰ দ'ম কমি গ'ল, সোণৰ ৰছীৰ দ'ম বাঢ়িলে। তথাপি আজি বহুত সময় লাগিছে। খৰটোত কেৰাচিনৰ গোন্ধত তিষ্ঠিব নোৱৰা হৈছে, চাকিও লাহে

লাগে শুমাই আছিছে। বাহিৰত পোহৰ হওঁ নহওঁ হৈছে এনেতে খেৰ চুকাঁল, সোণৰ বছীয়ে ঘৰ গোটেইটো জুৰিলে। যেই কাম হৈ গ'ল, পিশাচটোৱে ক'লে,—"তোৰ হৈ আজি তিনি ৰাতি মই বহুত কষ্ট কৰিলোঁ। সেই জোখাৰে মোক পুৰস্কাৰ লাগিব। সোণৰ বছী বটা হ'ল যেতিয়া ৰজাই তোক বিয়া কৰাবই। তোৰ যিটো প্ৰথম ল'ৰা হ'ব, সেইটো মোক দিব লাগিব।" এই বুলি পিশাচটো থিতাতে নাইকিয়া হ'ল। গোলাপীয়ে হাঁহিব নে কান্দিব একো ঠিক কৰিব নোৱাৰিলে।

আজিও যেতিয়া গোলাপীয়ে সোণৰ বছী বাটিলে বুলি ক'লে, কমাৰ বুঢ়াৰ আনন্দত ঠাই নাইকিয়া হ'ল। এতিয়া আৰু কুকুৰে মুখত নাকামোৰে। এই তিনদিন বুঢ়াই ডাঢ়ি খুৰুৱা নাই। সেই ডাঢ়িয়ে ভোবোকাৰ গালতে হাত ফুৰাই অশেষ তৃপ্তি পালে। বুঢ়াই ঘনে ঘনে জীয়েকক সোধে,—"কেনেকৈ কৰিলি আই?" গোলাপী কিন্তু নিমাত। শৰীৰলৈ অৱসাদ অহাৰ উপৰিও গোলাপীয়ে বোধকৰোঁ ভাবিছিল এই আক্ৰোহী মানুহটোৰে কেনেকৈ সংসাৰ কৰিব। হুক তেহেলৈ ৰজা। ৰজাত বিয়া নোসোমোৱাৰো উপায় নাই। কি আছে ভাগ্যত!

ৰজাই গোলাপীক বিয়া কৰালে। ৰাজ্যত মহা ধুম-ধাম হ'ল। এমাহলৈকে প্ৰজাই ভোজ খালে। সন্ধ্যা আলিবাটত চাকি লগালে। গোলাপী এতিয়া ৰাণী। তেওঁ এতিয়া ঠাই সাৰিব নালাগে, ঘৰ মচিব নালাগে, ভাত ৰান্ধিব নালাগে, লকাশাকৰ গুৰিত কেঁচা গোবৰ দিব নালাগে, গৰুৰ দানা সিজাব নালাগে। তেওঁৰ চকুৰ পচাৰতে কিমান বান্দী ঘূৰে তাৰ লেখ নাই। তথাপি ৰাণীৰ মনত সুখ নাই। সেই কেট-কেট কৰে ক'লা পিশাচটোৱে কোৱা কথালৈ মনত পৰি থাকে। তেওঁ মাজে মাজে চঁক খাই উঠে।

কমাৰ বুঢ়াৰ কিন্তু এটা মহা সমস্যা উপস্থিত হ'ল। সি এতিয়া ৰজাৰ শহুৰ। সি জানো এতিয়াও লো পিটা ভাল হ'ব? তাৰ



এতিয়া দে।

মৰ্য্যাদাৰ হানি নহ'বনে? কমাৰশালখন বেচিলে শেঠ প্ৰবৰ্ত্তাৰ কেনেকৈ? যিটোহে জোঁৱাই পালে, তাৰ ঘৰলৈ যোৱা দূৰৰ কথা, চকুলৈ চাবলৈকে সাহ নহয়। নোৱাৰিলে লাগে জোঁৱাইৰ চকুলৈ চাব, তথাপি গোলাপীৰ ল'ৰা হ'লে তাক ককা বুলিবই।

কিছু দিনৰ পাছত ৰাণীৰ বৰ দীপলিপ ল'ৰা এটা জন্ম হ'ল। দেখিলেই চকু জুৰাই যায়। কি চাবা মুখ, কি চাবা ৰং, কি চাবা হাতভৰি! ৰাণীয়ে পুতেকক দেখে যেই, সেই পিশাচটোৱে কোৱা কথালৈ মনত পৰে। পুতেকক বুকুৰ মাজত সুমাই চেপা মাৰি ধৰে।

এনেকৈয়ে আৰু এবছৰ গ'ল। কোঁৱৰৰ এটা-দুটা মাত ফুটিছে, মাজে-সময়ে এটা-দুটা খোজ দিব পাৰে। লাহে লাহে ৰাণীয়ে সেই পিশাচটোৰ কথা পাহৰিলে।

ৰাণীয়েও এদিন অকলশৰে পুতেকক কোলাত লৈ কাৰেঙত বহি আছে। পুতেকে এটা-দুটা কথা কয়, অমাতৰ মাতে মাকৰ কাণত অমৃত বৰষে। পুতেকক চুমা খাই খাই গাল ৰঙা কৰি দিছে। এনেতে সেই বাওনাটো আহি দেখা দিলে। তাক দেখিয়েই ৰাণীৰ চুলিৰ আগে জীৰ গ'ল! পুতেকক বুকুৰ মাজত সুমাই আকোৱালি ধৰিলে। পিশাচটোৱে ক'লে,—"এতিয়া দে।" ৰাণীয়ে পুতেকক আৰু টানকৈ বুকুৰ মাজত চেপা মাৰি ধৰিলে। বাওনাটোৱে আকৌ ক'লে—"দিম বুলিছিলি নহয়?" ৰাণীয়েই ক'লে—"সঁচাত খাইছিলোঁ হয়, কিন্তু তুমিতো এই বিষয়ে মোক একো ক'বলৈ নিদিলা ককাই। তোমাক মইনা বুলিছোঁ, সোণাই বুলিছোঁ, ল'ৰাটো এৰি দিয়াঁ, ককাই। তেতিয়া পুত্ৰৰ মৰম কেনে পোৱা নাছিলোঁ। তুমি যে মোৰ ল'ৰাটো খুজিবা তাকো কল্পনা কৰিব নোৱাৰিছিলোঁ। সেই কথাবাৰ মনত খেলোৱা হ'লে তুমি কি খুজিবা নজনাকৈ কেতিয়াও সঁচাত নাখালোঁহেঁতেন। বঢ়িয়া মানুহ তুমি, মইনা তুমি, সোণ তুমি, মোৰ ল'ৰাটো এৰি দিয়া তোমাক ধন-সোণ যিহকে লাগে তাকে দিম। লোৱাঁ এইধাৰ হীৰাপতোৱা মণি, ইয়াকে লৈ মোৰ ল'ৰাটো এৰি

দিয়োঁ। লাগিলে আৰু দিম। সোণটো মোৰ, মোক পুত্ৰ-দান দিয়োঁ। তুমি সহায় নকৰা হ'লে, ৰজালৈ মোৰ বিয়াই নহয়, এই পুত্ৰও নহয়। তুমি ইমানখিনি কৰাৰ পাছত মোৰ ল'ৰাটো নিনিবা ককাই। তুমি মাইকী হোৱা হ'লে বুজিলাহেঁতেন, আপোন তেজমঙহেৰে সজা সন্তান হেৰুৱাব লগাটো কেনে। মইনা মোৰ, সোণটো মোৰ, অইন এটা বস্তু খোজোঁ।"

ক'লা বাওনাটোৱে ক'লে,—"মই এবাৰ যেতিয়া তোৰ ল'ৰাটো নিম বুলিছোঁ, তই দিয় নিদিয় মই নিমেই। কিন্তু তই মোক মইনা বুলিছ, সোণটো বুলিছ, ককাই বুলিছ, সেইব্যবে এতিয়া নিনিওঁ। তই যদি এই কথা কাকো নকৱ, আৰু তিন দিনৰ ভিতৰত যদি মোৰ নামটো কি তই ক'ব পাৰ, মই তোৰ ল'ৰাটো এৰি দিম। কাৰবাক যদি এই কথা কবিহে, তেন্তে তোৰ ল'ৰা কোন তলকত যাব গমেই নাপাবি। মই তোক তিনদিন সময় দিছোঁ। নিতৌ আবেলি তই ইয়াত অকলৈ থাকিবি, মই তোক দিনে বাৰটাকৈ নাম ক'বলৈ দিম। তাৰ ভিতৰত যদি মোৰ নাম নপৰে, তেন্তে তৃতীয় দিনা কি হ'ব বুজিছই।" এই বুলি সি থিতাতে অদৃশ্য হ'ল। ৰাণী বহি থকা ঠাইতে মুছকঁচ গৈ চাঁচ কৰে পৰিল।

সেই বাওনাটো ক'ত থাকে জানিবৰ নিমিত্তে ৰাণীয়ে চাৰিওফালে মানুহ পাচিলে। মানুহে তাৰ ঘৰ বিচাৰি চলাথ কৰিলে। কিন্তু কোনেও এতিয়ালৈকে বাওনাৰ ঘৰ বিচাৰি উলিয়াব পৰা নাই।

প্ৰথম দিনা আবেলি ৰাণী অকলৈ বহি আছে। বুকু ভেদি ঘনে ঘনে হুমুনিয়াহ উঠিছে। কতবোৰ মানুহ ঘূৰি আহিল কোনেও সেই পিশাচৰ নাম জানি আহিব নোৱাৰিলে। আৰু দুটা দিন হে আছে। এই দুদিনৰ ভিতৰত তাৰ নামটো জানিব নোৱাৰিলে কি গতি হ'ব। কথাষাৰ ভাবিলেই গাৰ নোম শিয়ৰি উঠে।

বাওনাটো আহিল। যিমান ভাল ভাল নাম জানে তাৰে বাছি বাছি ৰাণীয়ে বাৰটা নাম ক'লে। একোটা নাম কয়, ৰাওনাই মূৰ

জোকাৰে, ৰাণীৰ হিয়া ক'লা পৰি যায়। শেষত সি কৈ গ'ল,—"আৰু ছুদিন চেষ্টা কৰি চা। যদিহে ক'ব নোৱাৰ, মোক দোষ নিদিবি।"

পাছ দিনাও সেয়ে হ'ল। ৰাণীয়ে আজি বেয়া বেয়া চাই বাৰটা নাম ক'লে। বাওনাই মূৰ জোকাৰি কৈ গ'ল—"কাইলৈকো চেষ্টা কৰি চা।"

তৃতীয় দিনা ৰাতিপুৱা, ৰাণীয়ে পঠিওৱা মানুহ এটাই আহি ক'লে,—"আইছু দেউতা, কালি গধূলি অগাইধ হাবিৰ মাজত আইছু দেউতাই কোৱাৰ দৰে মানুহ এটা দেখিলোঁ। তাৰ ঘৰৰ বেৰ আছে, চাল নাই, মকৰাই জাল বান্ধি ওপৰথন ছাই থৈছে। ঘৰৰ ভিতৰত ভগা চৰু, মৰা গৰুৰ মূৰ, কিহবাৰ হাড় কত যে কি আছে ক'ব নোৱাৰি। বেৰতে ছুচু এটা পৰি 'হোদ্দো হোদ্দো' কৰিছে। ছুচুৰ মাতৰ তালে তালে সি নাচি নাচি গাইছে—

"কালি মঙল কাইলৈ বিৰচতি,
ল'ৰাৰ কোমল মঙহ খাম,
যদিহে নোৱাৰা ক'ব আইটী
মোৰ ছাল-ছিগা ভিকছু নাম।

এই খবৰটো পাই ৰাণীৰ জীৱ আহিল। মানুহটোক হীৰাপতোৱা মণি এধাৰ ভিঙিৰ পৰা সোলোকাই বঁটা দিলে।

সেইদিনা আবেলি ৰাণীয়ে কোঁৱৰক কোচত লৈ বহি আছে। মন বৰ বেয়া, জানোবা কটকীয়ে জানি অহা নামটো ঠিক নহয়েই। বাৰে বাৰে পুতেকৰ মুখলৈ চাই হুমুনিয়াহ কাঢ়ে, গাটো জিকাৰ খাই যায়, বুকুখন জমজমাই উঠে। মন ডাঠ কৰি কয়,—"সেইটো নাম নিশ্চয় ঠিক হ'ব। মই কাৰো কেতিয়াও একো অনিষ্ট কৰা নাই, মোৰ বুকুত এইপাত শাল মাৰিবলৈ ঈশ্বৰে নিদিয়ে।"

এনেতে বাওনাটো ওলালহি। ৰাণীৰ ল'ৰাটো তাতে দেখি সি বৰ ভাল পালে। সি ক'লে,—"খৰ কৰ, আজি নষ্ট কৰিবলৈ সময়

নাই। ৰাবটা নামৰ ভিতৰতে মোৰ নামটো নোলালে, মই আৰু শুশুনো।"

অলপ ৰং কৰিবৰ মনেৰে, ৰাণীয়ে ক'লে,—"তোমাৰ নাম নিশ্চয় নদন-বদন শৰ্ম্মা"।

মূৰ জোকাৰি পিশাচটোৱে ক'লে,—"উঁ হোঁ, নহয়।"

ৰাণী—তেন্তে, স্বয়ম্ভূৰাম বৰ্ম্মা।

পিশাচ—উঁ হোঁ।

ৰাণী—খোলোকাই মহাজন।

পিশাচ—উঁ হোঁ।

ৰাণী—তেন্তে, ভোৰোকাই ন-ফুকন।

পিশাচ—উঁ হোঁ।

ৰাণী—কাপ-কাঠী কাকতী।

পিশাচ—উঁ হোঁ।

ৰাণী—তেন্তে, পদ্মপতি ফাকতি।

পিশাচ—উঁ হোঁ।

ৰাণী—গঙ্গাটোপ ৰাজখোৱা।

পিশাচ—উঁ হোঁ।

ৰাণী—তেন্তে, গেলাগপ শইকীয়া।

পিশাচ—উঁ হোঁ।

ৰাণী—ঔঁঠ-কটা খৰুৱা।

পিশাচ—উঁ হোঁ।

ৰাণী—তেন্তে, নিজে-হোৱা বৰুৱা।

পিশাচ—উঁ হোঁ। তই আজি বৰ তামাচা কৰিছ। মজাটো মুখে দি বাজ হ'ব। আৰু দুটা নাম হে ক'ব পাৰিবি। দহোটা কলিয়েই।

ৰাণী—নহয় সোণটো বুলিছোঁ, আৰু দুটা নাম বেছিকৈ দিয়া।

পিশাচ—হ'বই নোৱাৰে; মতাৰ কথা শিলৰ ৰেখা।

ৰাণী—তেন্তে তোমাৰ নাম ফটাছিটা কটছ।

পিশাচ—উঁ হোঁ নহয়। আৰু এটাহে আছে।

ৰাণী—নিশ্চয় তেন্তে ছাল-ছিগা ভিকহু।

ৰাণীৰ মুখৰ পৰা কথাষাৰ ওলাবলৈহে পালে, ছাল-ছিগা ভিকহুৱে চিঞৰ মাৰি দিলে,—"এই যখিনীজনী মোতোকৈ জয়াল।" তাৰ পাছত সি কঁপি কঁপি তাতে নাইকিয়া হ'ল।

ল'ৰাটো বুকুৰ মাজত চেপা মাৰি ধৰি ৰাণী সেইকালেই মূছকঁছ গ'ল। টানকৈ চেপা খাই কোঁৱৰে চিঞৰ মাৰি দিলে। ল'ৰাৰ কান্দোন শুনি বান্দী আহি দেখে, মূছকঁছ গৈ• ৰাণী মাটিতে পৰি আছে। লৰমাৰি তাই ৰজাক খবৰ দিলেগৈ। ৰজাই আহি মূৰত তেল-পানী দি ৰাণীৰ চেতনা আনিলে। কি হৈছিল বুলি সোধাত ৰাণীয়ে আদ্যোপান্ত বৃত্তান্ত, ধানখেৰৰ পৰা সোণৰ বছী বাটি উলিয়া ধৰি আজিৰ ঘটনালৈকে সকলো কথা ক'লে। ৰজাই তেতিয়াহে বুজিলে যে তেওঁৰ আক্ৰোহৰ ফলত বৰপুতেক অলপতে হেৰাইছিল।

সেই দিনাৰ পাছত আৰু ৰাণীয়ে সেই পিশাচটোক দেখা নাই। তাৰ হাতৰ পৰা সাৰিবলৈ কোঁৱৰৰ ডিঙিয়ে হাতে কঁকালে বিধ বিধৰ আলনীয়া আঁৰিলে।

তাৰ পাছত ৰাণীৰ দিন সুখেৰে যাবলৈ ধৰিলে। ৰাজকুমাৰ দিনে দিনে বাঢ়ি আহিল। ৰাণীৰ বাপেক কমাৰে এতিয়া কৈ ফুৰে যে তাৰ জীয়েক ৰাণীয়ে ধানখেৰৰ পৰা যে সোণৰ বছী বাটিব পাৰেই, মাটিমাহৰ পৰা হীৰা মুকুতাও সাজিব পাৰে। ৰজাৰ মুকুটত থকা, গলত থকা হীৰা-মুকুতা হেনো তাৰ ৰাণী জীয়েকে মাটিমাহৰ পৰা সাজি দিছে। ৰাজকোঁৱৰে কমাৰক ককা বুলিছিল নে নাই মই ক'ব নোৱাৰোঁ।

ব'লা মইনা, এতিয়া ভিতৰলৈ যাওঁ, জাৰ লাগিছে।

সেই দিনা ঘৰৰ ভিতৰলৈ যাওঁতে মইনাই দদায়েকৰ হাত এৰা নাছিল; গাতে জোকটো লগা দি গৈছিল। মইনাই সেই ৰাতি ভূতৰ স্বপ্ন দেখি বোলে কেইবা বাৰো চিঞৰিছিল।

আজি দেওবাৰ। মইনা আবেলিতে সাধু শুনিবলৈ দাদাৰ শোৱনি ঘৰলৈ গ'ল। মইনাই ক'লে,—"দাদা, আজি বহুত সময় আছে। বৰ দীঘল চাই সাধু এটা কওক।" দাদাও সম্মত হ'ল,—কিন্তু দাদাই প্ৰথমতে মইনাক অক্ষৰ পাঠ সুধিলে। এটা বাশি এৰি তাৰ পাছৰটো গোৱাত আজি মইনাৰ ভুল হয়। দাদাই সুধিলে,—"মইনা, কালি পৰাখিনি আজি নোৱৰা হ'লা কিয়?" মইনাই ক'লে, "মনটো দেখোন আজি ঠিক ৰাখিব নোৱাৰোঁ, দাদা। এনেকৈ গাবলৈ গ'লে মনটো ঠিক ৰাখিব নোৱাৰিলেই ভুল হয়।" দাদাই আৰু একো নক'লে, কিন্তু মইনাৰ লগে লগে থৰকৈ গাবলৈ ধৰিলে। কিছু বেলি এনেকৈ কৰাত মইনাই আৰু ভুল নকৰা হ'ল। তাৰ পাছত অইন পাঠ লৈ, আগৰখিনি পাঠকে আকৌ কাইলৈ দি, দাদাই সাধু ক'বলৈ আৰম্ভ কৰিলে—

**বাটিৰ লগৰীয়াৰ কথা।**

এখন গাঁৱত হংসধৰ নামে ডেকা এটা আছিল। বয়স কুৰি বছৰমান। হংস বৰ নিৰ্দ্দ মানুহ। ক'তো কাবো একো বেয়া নকৰে। সকলোলৈকে দয়া মৰম। গাঁৱৰ সকলো মানুহে ভাক-ভাল পায়। যৰে যেতিয়াই আনৰ সহায়ৰ আৱশ্যক, বিচাৰিলেই হংসধৰ সহায় কৰিবলৈ উপস্থিত হয়। কোনো কামতে সি লাজ নকৰে বা বেয়া নাপায়। সি কয় বোলে মানুহে মানুহৰ কামত লাজ কৰিলে বা ঘিণ কৰিলে সংসাৰ নচলে। যিটো কাম কৰিলে লোকে জাত যাব বুলি ভাবে, তেনে কাম কাবো দৰকাৰ হ'লে সি বং'মনেৰে

কৰি দিয়ে। তাৰ উপৰি হংসধৰৰ এটা গুণ আছিল যে পৰাপক্ষত সি লোকৰ অনিষ্ট হ'বলৈ নিদিয়ে। হয়তো কোনো এটা ততাতৈয়াকৈ কৰিবলগীয়া কামত সি গৈছে, লোকৰ পথাৰত জেওৰা ভাঙি গৰুৱে ধান খোৱা দেখিলে, সি ধাননিৰ পৰা গৰু উলিয়াই, জেওৰা বাটিহে নিজৰ কামলৈ যাব। সেই বুলি সি পৰোপকাৰ কৰাতে তাৰ সময় নকটায়। ঘৰৰ সকলো কাম সি নিজে কৰে, আৰু তাৰ ঘৰুৱা কাম কেতিয়াও পৰি নাথাকে। গাঁৱৰ আটাই মানুহে যে তাক মৰমৰ চকুৰে চাব তাত আচৰিত হ'বলগীয়া একো নাই। তাৰ যেতিয়া আৱশ্যক হয় গঞাওয়ো তাক সহায় কৰিবলৈ উবুৰি খাই পৰে, আৰু কোনেও সজ্ঞানে তাৰ অনিষ্ট হ'বলৈ নিদিয়ে।

হংসধৰৰ ঘৰত সি আৰু তাৰ বাপেক। সৰুতেই তাৰ মাক মৰিল। বাপেকে তাক বৰ মৰমেৰে তুলিলে, কিন্তু কোনো সময়তে তাক লাই দিয়া নাই। হংসধৰৰ বাপেকো বৰ ভাল মানুহ, বৰ পৰোপকাৰী। হংসধৰ বাপেকৰ আৰ্হিত উঠিহে এনে কৰ্ত্তব্যপৰায়ণ হৈছে।

হংসধৰৰ বুঢ়া বাপেকৰ আজি এমাহ ধৰি জ্বৰ; খীণাই-শুকাই গৈছে। জীব যে তাৰ বৰ আশা নাই। গাঁৱৰ বেজে ঔষধ দিছে, কিন্তু বুঢ়াৰ অৱস্থা লাহে লাহে বেয়াৰ ফাললৈ হে ঢাল লৈছে। গঞাই নিতে আহি খা-খবৰ কৰে। ৰাতি পৰো দিয়ে। বুঢ়াৰ অৱস্থা আজি ভাল যেনে দেখি। কোনোৱে কয়,—"বন্তি নুমাবৰ আগেয়ে অলপ জ্বলি উঠিছে।" কোনোৱে কয়,—"নহয়, বুঢ়াৰ পৰমায়ু এতিয়াও টুটা নাই, ভাল হৈ আহিছে।" যি কাৰণেই হক আজি ৰাতি পালধৰীয়া নালাগে বুলি হংসধৰে গঞাক ক'লে।

বুঢ়াৰ টোপনি। পুতেক ছালপীৰাখনৰ কাষতে মাটিত বহি আছে। বুঢ়াই সাৰ পাই পুতেকক মাতিলে। পুতেক ওচৰ চাপি গ'ল। বাপেকে লেবেলা হাতখন পুতেকৰ মূৰত দি ক'লে,— "বোপাই অ', আজিৰ ৰাতিটো আৰু নুপুৱায়। মানুহ-দুনুহক এই

বাত্তিথন দিগ দিব নালাগে। কাইলৈ বাত্তিপুৱা খবৰ দিলেও হ'ব। তোক আৰু মই কি ক'ম ? টকা-পইচা ক'ত কি আছে তই জানই। শৰাধত বৰকৈ খৰচ নকৰিবি। কোনোমতে মুখৰ ছাইথিনি গুচাবি। জ্ঞানী জনে যি কয় সেইদৰে কৰিবি, কিন্তু শৰাধত বৰ ধুমধাম কৰিবৰ সকাম নাই। তোক মই যিথিনি শিকালোঁ, ঈশ্বৰে কৰিলে সেয়ে ধন সোণতকৈ বেছি কাম দিব। মোৰ আজি মৰিবলৈ ভয় বা ভাৱনা নাই। জ্ঞান-বিশ্বাস মতে মই কেতিয়াও কোনো বেয়া কাম কৰা নাই। তোক যি শিক্ষা দিলোঁ তাৰ পাছত তোলৈ ভাৱনা কৰিবলৈকো মোৰ নাই। তই মোক কেতিয়াও বেজাৰ দিয়া নাই। ঈশ্বৰে তোৰ মঙ্গল কৰিব। নাৰায়ণ, নাৰায়ণ।" তাৰ পাছত বুঢ়াই আৰু কি ক'লে পুতেকে বুজিব নোৱাৰিলে। লাহে লাহে বুঢ়াৰ টোপনি গ'ল। এবাৰ হংসই মন কৰি চায়, বুঢ়াই উশাহ লোৱা নুশুনি। হাতৰ নাড়ী বন্ধ, উশাহো নচলে। হংসই বুজিলে বাপেকৰ এই টোপনিয়েই মহানিদ্ৰা, এই টোপনি আৰু নাভাগে। হংসই ফেকুৰি ফেকুৰি কান্দি ছালপীৰাৰ কাণতে মূৰটো দি টোপনি গ'ল।

হংসধৰ স্বপ্ন দেখিলে, আকাশত বৰ ডাঙৰ নগৰ এখন শূন্যতে ওলমি আছে। ঘৰ আটাইবোৰ পকী, আলিবোৰ আহল-বহল, শিলেৰে বন্ধোৱা, একো একোখন মস্ত বাৰী, তাত একো একোটা পকী-ঘৰৰ চূড়া ইমান ওখ যে মনিব নোৱাৰি। আগত ফুলৰ বাৰী। ফুলি থকা ফুলৰ গোন্ধ পৃথিৱী পাইছেহি। সেই গোন্ধতে ভাহি ভাহি তাৰ বাপেক তাৰ ওচৰলৈ আহিছে। বাপেক দেখিবলৈ বেমাৰৰ আগেয়ে যেনেটো আছিল, এতিয়াও ঠিক তেনেটোৱেই। লগতে বৰ ধুনীয়া ছোৱালী এটি। বাপেকে ক'লে,—"চা হংস, তোলৈ মই কেনে বোৱাৰী আনিছোঁ। তই মোক সুখকেহে দিছিলি। তাকে চাই তোলৈ পৰী যেন ছোৱালী এজনী আনিছোঁ।" হংসৰ লাজ লাগিল। ছোৱালীজনীলৈ ভালকৈ চাব নোৱাৰিলে। চকামকাকৈ যি দেখিলে, তাতে তাৰ হিয়া জুৰাই গ'ল। এনেতে হুলেই কেঁচাই কুকলিয়া

শুনিলে। সি খপবাই উঠিল। সিহঁতৰ ওচৰৰ মানুহ ঘৰৰ ল'ৰা এটাই হংসৰ বাপেক কেনে আছে বুজ লবলৈ আহি দুৱাৰত খুন্দিয়াইছে।

গঞাই মিলি-জুলি হংসধৰৰ বাপেকক খৰি দিবলৈ নিলে। লগত ঢোল মৃদং। কোনোৱে ঘিউ আনিছে, কোনোৱে চন্দন কাঠ আনিছে, কোনোৱে শুকান খৰি এবোজা আনিছে।

মুখাগ্নি শেষ কৰাৰ আগেয়ে হংসধৰে শেষ বাৰলৈ বাপেকক চাই ল'লে। তাৰ পাছত অগ্নিয়ে সকলো শেষ কৰিলে। পুৰি যি অৱশেষ থাকিল, সেইখিনি নৈত পেলাই দিলে। চিতাৰ ঠাইত সেৱা এটা কৰি হংসধৰ ঘৰলৈ উভতিল। আজিৰ পৰা সি অকলশৰীয়া হ'ল।

তেতিয়া দুপৰ হওঁ হওঁ হৈছে, সূৰ্য্যৰ কিৰণে গোটেই পৃথিৱী উজলাই তুলিছে। সূৰ্য্যৰ কিৰণে যেন তাক কৈছে,—"বেজাৰ নকৰিবা হংস। চোৱাঁ, আকাশখন কেনে মনোৰম! তোমাৰ বাপেৰা এতিয়া সেই আকাশী স্বৰ্গত। তোমাৰ যাতে ভাল হয়, তাৰ নিমিত্তে পৰম দয়ালু ভগৱানক তেওঁ প্ৰাৰ্থনা কৰিছে।" হংসই যেন এই কথা বুজিলে। বেজাৰৰ চকুপানী মচি হংসই মনতে ক'লে—"তেন্তে ময়ো সদায় সৎ হম। তেনেহলে ময়ো স্বৰ্গত বোপাইৰ কাষলৈ যাবলৈ পাম। আমি দেখা-দেখি হ'লে দুয়ো কিমান আনন্দ পাম! ইমান দিনে তেওঁক ক'বলৈ মোৰ কথা কত গোট খাব! স্বৰ্গত কেনেকৈ থাকি সুখী হ'ব পাৰি মোক বোপায়ে শিকাব, পৃথিৱীত যেনেকৈ শিকাইছিল। কেনে আনন্দৰ কথা হ'ব!" অলপ পাছতে ভাৱৰে বেলিটো ছাটি ধৰিলে। মাজে মাজে একোছাটি ৰ'দ ওলায়। ৰিৰবিৰকৈ বতাহ বলে। নানা ৰঙৰ চৰায়ে হংসধৰৰ লগে লগে ইজোপা গছৰ পৰা সিজোপালৈ গৈছে। সিহঁতৰ কীঁকিয়নিয়ে যেনে হংসধৰক কৈছে'—"চোৱাঁ, এনে সুন্দৰ বতৰ! এতিয়া বেজাৰ কৰিবৰ সময় নহয়।"

গঞাই বৰতৰ কেইদিনত খাবলৈ হংসক নানা বস্তু দিলে। যথা

সময়ত দহা আৰু কাজৰ সকলো যোগাৰ কৰি দিলে, যেনে সিহঁতৰ নিজৰ ঘৰৰ কামহে। দহা-কাজত বেছি খৰচ নহ'ল। লগা বস্তুৰ বেছি ভাগকে গঞাই ঘৰমুৰি তুলি দিলে। সকলো কাম সুকলমে হৈ গ'ল।

বাপেকৰ মাহেকীয়া কাজ হৈ যোৱাৰ পাছত হংসৰ মন ঘৰত নবহা হ'ল। তেওঁৰ দেশ ফুৰিবৰ মন গ'ল। ঘৰবাৰী বেচি আৰু বাপেকৰ সাঁচতীয়া টকা লৈ দেশ ফুৰিবলৈ ওলাল। জালি মোনা এটাত টকাখিনি ভৰাই লৈ তেওঁ কঁকালত বান্ধিলে। পিঠিত চুৰিয়া গামোচাৰ টোপোলাটো আৰু হাতত লাখুটি এডাল লৈ গঞাৰ ঘৰে ঘৰে বিদায় লৈ হংসধৰ গাঁৱৰ বাজ হৈ গ'ল। গাঁৱৰ পৰা ওলায়েই তেওঁ মৰিশালিলৈ গৈ পিতাকৰ চিতাৰ ঠাইত সেৱা এটা কৰিলে। তাৰ পাছত পোন বাটেদি খোজ ল'লে।

বাটলৈ ওলালতে হংসৰ দুখ-ভাগৰ সকলো গ'ল। এই বিশাল পৃথিৱীত ক'ত কি দেখিব অনুমান কৰিবলৈ চেষ্টা কৰিলে। লাহে লাহে হংসৰ খোজ খৰ হ'ল। এতিয়া আগেয়ে নেদেখা দেশ পালেহি।

নতুন ঠাই নতুন দৃশ্য চাই মনত আনন্দেৰে হংসই কেইবা দিনো বাট বুলি আছে। কত অচিনাকি ঠাই দেখিছে, নতুন নতুন বস্তু দেখিছে, আচহুৱা আচৰণ দেখিছে। কোনো দিন গছৰ তলত, কোনো দিন নৈৰ পাৰত, কোনোবা দিন কাৰবাৰ গোহালিত শুব লগা হৈছে। কিন্তু এনে চুৰচুৰীয়া অসুবিধাই হংসৰ মনলৈ নিৰানন্দ আনিব পৰা নাই।

এদিন আবেলি বৰ ডাঙৰ হাবি এখনৰ মাজেদি যাওঁতে হংসক ধুমুহা বৰষুণে পালে। লৰ ধৰিও ওচৰতে মূৰটো সুমাবলৈ মানুহৰ বসতি নেপালে। সন্ধ্যা লগাৰ পাছত নৈৰ দাঁতিত অকলশৰীয়া উদং ঘৰ এটা দেখি তাতে সোমাল। কাপোৰ-কানি সলোৱাৰ পাছতো বৰষুণ নেৰাত হংস তাতে বহি থাকিল। বহি থাকোঁতে

হংসৰ তাতে টোপনি আহিল। যেতিয়া সাৰ পালে, তেওঁ দেখিলে ৰৱৰুণ বন্ধ হ'ল, গোটেই জগত জোনবায়ে পোহৰ কৰি থৈছে। ওচৰতে মানুহে কথা কোৱা যেন শুনিলে। মূৰ দাঙি দেখিলে দুটা মানুহে গাঁত এটাৰ পৰা মাটি আঁতৰাই মৰা শ এটা উলিয়াইছে। হংস অবাক হ'ল। পাষণ্ডইঁতে কৰে কি? সিহঁতক কি কৰিছে বুলি সোধাত এটাই উত্তৰ দিলে—"এই মানুহটো আগেয়ে চহকী আছিল। অৱস্থাহীন হোৱাত আমাৰ পৰা বহুত টকা ধাৰে লৈছিল। সি ধাৰ নুসুজাকৈ মৰিল। তাক দ গাঁতত পুতিছে। তাৰ মৰা শটো শিয়ালে খাবলৈ উলিয়াই দিছোঁ। ধাৰ নুসুজাকৈ মৰি যোৱা মানুহৰ এনে গতিকে কৰিব লাগে।" হংসই কথাটো শুনি বৰ বেজাৰ পালে, ক'লে, "আহা, বেচেৰা তাক থৰি দিওঁতাও নোলাল, অৱস্থা এনে বেয়া হ'ল। এতিয়া তাৰ মৰা শটোৰো তোমালোকে এনে লটি-ঘটি কৰিছা! মোৰ হাতত দুশ টকা আছে। তাৰ সমুদায় ধাৰৰ হৈ যদি তোমালোকে ইয়াকে লৈ তাক ঋণমুক্ত কৰি দিয়া, তেন্তে মই এই দুশ টকা তোমালোকক দিওঁ। মানুহ কেইটাই ভাবিলে, "আজিও এনে মূৰ্খ আছেনে, যি লোকৰ মৰা মানুহৰ ধাৰ সুজিব খোজে?" সিহঁতে পাবলগীয়া বহুত, কিন্তু অলপ পালেও হয়। তেনেই হেৰাইছিল, এতিয়া যি পোৱা যায় সেয়ে লাভ। ইয়াকে ভাবি সিহঁতৰ এটাই ক'লে—"বাক, তোমাৰ হাতত যি আছে সমুদায় যদি দিয়া, ইয়াৰ বাকী টকা আমি খোলোচা মনেৰে এৰি দিম।" হংসই তাৰ জালি মোনোটোৰে টকাখিনি দি ক'লে,—"লেখি লোৱা। দুশ টকাৰ এটা পইচাও কম নাই বেছিও নাই। মোৰ যি আছে সকলো মোনাতে। আছুতীয়াকৈ ফুটা কড়ি এটাও নাই।" মানুহ কেইটাই টকা লেখি লৈ শটো আকৌ গাঁতত পুতি গুচি গ'ল। হংসৰ মনটো বৰ পাতল লাগিল। তাৰ টকাৰ সাৰ্থক হ'ল। এটা দুৰ্ভগীয়া মৃতকক ঋণমুক্ত কৰিলে।

অলপ পাছত ৰাতি পুৱাল, হংসই নগৰ এৰন পাৰ হৈ আকৌ

এখন হাবিত সোমাল। হাবিৰ পৰা ওলাওঁ ওলাওঁ হৈছে, এনেতে পিছফালৰ পৰা মাত শুনিলে,—"বান্ধ, কোন ফালে যোৱা ?" উভতি চাই হংসই এজন সুন্দৰ পুৰুষ দেখিলে। ক'লে—"দেশ ফুৰিবলৈ ওলাইছোঁ, ৰাম। মোৰ সংসাৰত কেও-কিছু নাই। একমাত্ৰ ভগৱানক ভাৰসা কৰি দেশ চাওঁ বুলি ওলাইছোঁ।" মানুহজনে ক'লে,—"ময়ো দেশ ফুৰোঁ বুলি আহিছোঁ। আমি দুয়ো লগ লাগোঁনে ?" হংসই ক'লে,—"আপত্তি কি ?" তাৰ পাছত দুয়ো একেলগে যাবলৈ ধৰিলে। বাটত কথা পাতি গৈ থাকোঁতে দুয়ো দুইবো বন্ধু হ'ল। হংসই কিন্তু বুজিব পাৰিলে যে তেওঁৰ বন্ধুৱে বহুত দেশ দেখিছে, তেওঁৰ অভিজ্ঞতা বহুত আৰু নিজতকৈ বন্ধু বুধিয়ক আৰু চতুৰ।

দুই বন্ধু একেলগ হৈ গৈ আছে। দুপৰ হওঁ হওঁ হৈছে। ৰ'দৰ বৰ তেজ, দুই বন্ধুৱে নিজ নিজ টোপোলাৰ পৰা খোৱা বস্তু উলিয়াই গছ এজোপাৰ তলতে খাবলৈ লৈছে। এনেতে ছাল শোটোৰা কুঁজী বুঢ়ী এজনী লাখুটি এডালত ভৰ দি সেই ফালে আহিছে। তাইৰ কানত হাবিত লোৰা খৰি এমুঠা। কোঁচাই লোৱা কাপোৰৰ ভিতৰৰ পৰা তিনি মুঠা শিপা আৰু কেইডালমান লতা ওলাই আছে। দুই বন্ধুৰ কাষেদি যাওঁতে বুঢ়ী পিছলি পৰিল। ভৰি এটাৰ হাড় ভাগি তাই উঠিব নোৱৰা হ'ল, চিঞৰ মাৰি দিলে। হংসই লৰমাৰি দিলে। হংসই লৰমাৰি বুঢ়ীক তুলি ক'লে,—"তোমাক ঘৰত থৈ আহোঁগৈ।" কিন্তু তেওঁৰ বন্ধুৱে জোলোঙাৰ পৰা সৰু টেমা এটা উলিয়াই ক'লে,—"মোৰ ইয়াত মলম এটা আছে, ঘঁহি দিলেই তোমাৰ ভগা হাড় জোৰা খাব। আগতকৈয়ো ভালকৈ খোজকাঢ়িব পৰা হ'বা। কিন্তু বেচ স্বৰূপে তোমাৰ কাপোৰৰ ভিতৰত থকা গছৰ শিপা তিনি মুঠা আৰু লতা কেইডাল মোক লাগিব।" বুঢ়ীয়ে ক'লে, বেজ, তোমাৰ মলম বৰ মহঙা।" তাইৰ লতা-শিপাবোৰ দিবৰ মন নাছিল। কিন্তু ভৰি ভাগি তাতে পৰি থকাতকৈ লতা আৰু 'শিপা

দিয়াই তাল, সেইবাবে তাই এইবোৰ দিবলৈ মান্তি হ'ল। হংসৰ বন্ধুৱে তাইৰ ভৰিত মলম ঘঁহি দিয়াত তাই আগতকৈও তালকৈ খোজকাঢ়ি গুচি গ'ল।

হংসই সুধিলে,—"এই লতা-শিপা লৈ কি কৰিবা, বন্ধু?" বন্ধুৱে উত্তৰ দিলে,—"এই কেইডালত মোৰ বৰ মন থাইছে। কেতিয়াবা মোৰ মনলৈ কিবা ধুমঠালি আহে, মনত যি খেলায় তাকে কৰোঁ।" হংসই আৰু একো নক'লে, দুই বন্ধু তাৰ পাছত বহুত দূৰ আগ-বাঢ়িল। হংসই ক'লে,—"চোৱাঁ বন্ধু সৌ আকাশত কিমানবোৰ ক'লা ডাৱৰ।" বন্ধুৱে ক'লে,—"সেইবোৰ ডাৱৰ নহয়, বৰ ওখ পৰ্ব্বত। আমি সেইটো পাৰ হৈ যাবগৈ লাগিব। তাৰ টিং পালেগৈ আমি ডাৱৰতকৈয়ো ওপৰ পামগৈ। ঠাইডোখৰ বৰ মনোৰম। পৰ্ব্বতটো পাৰ হ'লে আমি ঘৰৰ পৰা বহুত দূৰণি দেশত ওলামগৈ।"

পৰ্ব্বত কিন্তু বৰ ওচৰ নহয়। গোটেই আবেলিটো খোজ-কাঢ়িও দুই বন্ধুৱে পৰ্ব্বতৰ কাষ চাপিব নোৱাৰিলে। সেই বাবে আলহী থকা ঘৰ এটাত ৰাতিটো কটাওঁ বুলি দুয়ো সন্ধ্যা বেলিকা সোমাল।

আলহী থকা ঘৰত বহুত মানুহ গোট খাইছে। মানুহ এটাই তাত পুতলাৰ ভাওনা দেখুৱাবলৈ লৈছে। দৰ্শকবোৰ বেৰৰ সমানে শাৰী শাৰী হৈ বহিছে। মাজতে এটা মগুহ বেচোঁতা কচায়ে ভয়ঙ্কৰ কুকুৰ এটা লৈ বহি আছে। দুয়ো বন্ধু গৈ একাষত বহিল।

পুতলাৰ ভাওনা আৰম্ভ হ'ল। আঁৰ-কাপোৰ গুচালতে ভিতৰত দেখা গ'ল এখন চমৎকাৰ সিংহাসনত পুতলাৰ ৰজা-ৰাণী বহি আছে। মূৰত সোণৰ মুকুট। সাজ লেথেৰি থাই যোৱা। অতি সুন্দৰ কাঠৰ পুতুলা, গোটাদিয়েক দুৱাৰ-খিৰিকী থকা। সিহঁতৰ চকু কাচৰ, মোচ বৰ দীঘল। ৰজা-ৰাণীয়ে যাতে শুদ্ধ বায়ু পাব পাৰে, তাৰ নিমিত্তে ঘনে ঘনে সিহঁতে দুৱাৰ-খিড়িকী মেলি দিছে। ৰাণীয়ে সিংহাসনৰ পৰা উঠি বাজলৈ ওলাই যাব খোজোঁতেই কচাইৰ কুকুৰটোৱে একে

টোচাই গৈ ৰাণীৰ খামোচীয়া কঁকালত কামোৰ মাৰি পুতলাটো ছুডোখৰ কৰিলে। কুকুৰৰ গিৰিহঁতে ৰং চাওঁতে কুকুৰটো চম্ভালিবলৈ পাহৰিলে। পুতলাৰ গিৰিহঁতে বেজাৰত কান্দি পেলালে। ৰাণীজনীয়েই তাৰ পুতলাবোৰৰ ভিতৰত সবাতোকৈ ধুনীয়া। দৰ্শকবোৰ ঘৰাঘৰি যোৱাৰ পাছত হংসৰ বন্ধুৱে টেমাৰ পৰা অলপ মলম উলিয়াই ঘঁহি দিয়াত পুতলাটো জোৰা লাগিল। মলমৰ গুণত অকল যে জোৰা লাগিল এয়ে নহয়, এতিয়া ৰছীৰে নচলোৱাকৈ হাত-ভৰি লৰাব পৰা হ'ল। তাৰ পুতলাৰ ৰাণীজনীয়ে নিজে নাচিব পৰা হোৱাত মানুহটোৱে বৰ ৰং পালে। তাৰ ইবোৰ পুতলাক ৰছী লগাই মুচুৰাব লাগে।

ৰাতি যেতিয়া সকলো মানুহ শুলে, ওচৰৰ কোনোবাখিনিৰ পৰা বৰকৈ হা-হুমুনিয়াহ অহা শুনি সকলোৱে সাৰ পালে। হা-হুমুনিয়াহ লাহে লাহে ইমান বাঢ়িল যে সকলোৱে শোৱা-পাটী এৰি ক'ত কি হৈছে চাবলৈ যাবলৈ বাধ্য হ'ল। পুতলাৰ মালিকে পুতলা থকা কুঠৰীৰ পৰা শব্দ আহিছে যেন ভাবি তাত সোমাল। দেখে যে এটাইবোৰ পুতলাই, ৰজা সেনা সকলোৱে, দম বান্ধি পৰি আছে, বেজাৰত চিঞৰিছে যেন সিহঁতকো ৰাণীৰ দৰে কৰি দিব লাগে। মালিকক দেখি ৰাণীয়ে আঁঠু কাঢ়ি মূৰৰ কিৰীটি হাতেৰে দাঙি ধৰি, যেন কৈছে, "মোৰ স্বৰ্বস্ব লোৱাঁ। তাৰ বিনিময়ত মোৰ ৰজা পৰিষদ সকলক অলপ মলম ঘঁহি দিয়াঁ।" এই দৃশ্যটো দেখি পুতলাৰ গিৰিহঁতে কান্দি পেলালে। সি হংসৰ বন্ধুক ক'লে,—"মই কাইলৈ যিমান পইচা পাওঁ তোমাক দিম, মোৰ পাঁচোটা কি ছটা পুতলাৰ গাত অলপ মলম লগাই দিয়াঁ।" বন্ধুৱে ক'লে,—"মোক টকা-শিকা একো দিব নালাগে। তুমি যদি তোমাৰ কঁকালৰ তৰোৱালখন মোক দিয়া, মই তাতে সন্তুষ্ট হম।" তৰোৱালখন পালতে তেওঁ ছটা পুতলাৰ গাত মলম সানি দিলে। পুতলাবোৰে তেতিয়া এনে সুন্দৰকৈ নাচিবলৈ ধৰিলে যে দেখোঁতা এটাইবোৰে নাচোন নৰৰাকৈ

থাকিব নোৱাৰিলে। ছোৱালীয়ে নাচিলে, ডেকেৰীয়ে নাচিলে, বুঢ়ীয়ে নাচিলে। অইন কি শোটা বাঢ়নীবো গা উঠিল। এপাক নৌ দিওঁতেই বাঢ়নীতাৰ শোটাটোৰ ওপৰতে পৰিল।

বাতি পুৱালত দুই বন্ধুৱে, পৰ্ব্বত বগাবলৈ আৰম্ভ কৰিলে। দুপৰ মানত দুয়ো পৰ্ব্বতৰ টিং পালেগৈ। তাত থিয় দি দুয়োকালে চকু দিলে বহুত দূৰলৈকে দেখি। ভৈয়াম গোটেইখন যেন সমান। সেউজীয়া গছেৰে ঢকা, মাজে দি নৈ বৈছে। দূৰণিৰ ডাঙৰ ডাঙৰ বস্তুও কথমপি মনিব পাৰিহে।

তাত থিয় দি থাকোঁতে মূৰৰ ওপৰৰ পৰা অহা সুন্দৰ গানৰ সুৰৰ দৰে এটা মাত শুনিলে। তেওঁলোকে মূৰ দাঙি চোৱাত এজনী ৰাজহাঁহ উৰি ফুৰা দেখিলে। এই হাঁহজনীৰ দৰে সুৱলা মাত তেওঁলোকে পূৰ্ব্বে শুনা নাই। হাঁহৰ মাতটো ক্ৰমে সৰু হৈ আহিল। তাৰ পাছত বগা হাঁহজনী তেওঁলোকৰ ভৰিৰ ওচৰতে পৰি মৰিল। হংসৰ বন্ধুৱে ক'লে,—"দেখিছা হংস, এই তৰোৱালখন কিমান কামত লাগে।" এই বুলি তৰোৱালখন লৈ হাঁহৰ বগা ডেউকা দুটা তৰোৱালখনেৰে কাটি ল'লে।

এতিয়া তেওঁলোক লাহে লাহে পৰ্ব্বতৰ সিপিঠিয়েদি নামিবলৈ ধৰিলে। আবেলি মানত এখন বৰ ডাঙৰ নগৰ দেখিলে। নগৰখন দেখিয়েই হংসৰ আগেয়ে দেখা ঠাই যেন লাগিল। তেওঁলোক নগৰৰ ভিতৰলৈ নগৈ নগৰৰ দাঁতিকাষৰীয়া অতিথিশালা এটাত থাকিবলৈ ল'লে। কাপোৰ-কানি বৰ মলিয়ন হৈছে, নগৰত সোমোৱাৰ আগেয়ে ভাল কৰি লব লাগে।

অতিথিশালাৰ গিৰিহঁতজন বৰ কথকী। জিবাখন শাঁতিৰে থাকিব নোখোজে। বন্ধু দুটাক ক'লে,—"ঠাইখন বৰ ভাল। ইয়াৰ ৰজাজনো বৰ মৰমিয়াল। কাৰো কেতিয়াও অনিষ্ট নকৰে। ৰজাৰ জীয়ৰী বৰ ধুনীয়া। এনে শুৱনী ছোৱালী পৃথিৱীত পোৱা টান। যি পৰিমাণে ধুনীয়া তাতোকৈ বেছি কাঠ-চিতীয়া। ভেলেকী জানে।

তেওঁৰ কাৰণে কত ডেকা মৰা পৰিছে লেখ নাই। যাৰে ইচ্ছা সেয়ে তেওঁক বিয়া কৰাবলৈ প্ৰস্তাৱ কৰিব পাৰে, ভিকহুৰেই হক বা ৰাজকুমাৰেই হক। কিন্তু, তেওঁ মনত কি ভাবিছে বিবাহৰ্থীয়ে ক'ব লাগিব। তিনদিন ঠিক কৰি ক'ব পাৰিলেহে ৰজাৰ জীয়ৰীক পাব। যাকে তেওঁ বিয়া কৰাব তেৱেঁই ৰজা মৰাৰ পাছত ৰাজ্যখন পাব। যদি কুমাৰীৰ মনৰ ভাব কি, ক'ব নোৱাৰে, তেন্তে সেই প্ৰাৰ্থীৰ জীৱন শেষ হ'ব। হয়, মূৰ কাটি পেলাব, নহয় ফাঁচি দিব। জীয়েকৰ এই দুৰ্ব্বুদ্ধি দেখি ৰজাৰ মনত বৰ বেজাৰ। কিন্তু উপায় নাই। জীয়েকে স্বামী বাচি লোৱাত ৰজাই হাত নিদিওঁ বুলি কথা দি থৈছে। ৰাজকুমাৰীক ধৰিবলৈ অহা কোনো মানুহেই এতিয়ালৈকে এবাৰো তেওঁ ভবা কথা ক'ব পৰা নাই প্ৰত্যেক বিবাহাৰ্থীকে পৰিণাম কি হ'ব কৈ সাৱধান কৰি দিয়া হয়, কিন্তু ৰাজকন্যাক এবাৰ দেখাৰ পাছত কেও পিছ নোহোঁহকে। অনৰ্থকত এই ডেকাবোৰ মৰাত ৰজাই ইমান বেয়া পাইছে যে ৰাজকুমাৰীৰ মনৰ পৰিবৰ্ত্তন হ'বলৈ বছেৰেকত এদিনকৈ গোটেই ৰাজ্য জুৰি প্ৰাৰ্থনা চলে। কিন্তু এতিয়ালৈকে কুমাৰীৰ মনৰ সলনি হোৱা নাই বা মন কোমলাও নাই।"

মানুহটোৰ কথা শুনি হংসই ক'লে,—"বৰ ঘিণ লাগিবলগীয়া মাইকী! তাইক ধৰি বেত দিব লাগে। মই বাপেক হোৱা হ'লে তাই ভালকৈ এপিটন খালেহেঁতেন।" ঠিক সেই মুহূৰ্ত্তে বাহিৰত জয়ধ্বনি শুনা গ'ল। কিনো হৈছে চাবলৈ লৰমাৰি হংস খিড়িকীৰ ওচৰ পালেগৈ। দেখিলে, ৰজাৰ জীয়েক সেই পোনেদি ঘোঁৰাত উঠি গৈছে। কুমাৰী ইমান শুৱনি যে হংসই তেওঁৰ নিষ্ঠুৰতাৰ কথা পাহৰি জয়ধ্বনি দিয়াত নিজেও যোগ দিলে।

ৰজাৰ জীয়েকে ৰাৱজনী লিগিৰী লগত লৈ ঘোঁৰাত উঠি নগৰ ফুৰিবলৈ ওলাইছে। তেওঁৰ ঘোঁৰাটো বগলী পাখি যেন বগা বৰণৰ। জীন লাগামত হীৰা-মুকুতা খতোৱা। কাপোৰ-কানিত পাত-সোণ লগোৱা। হাতৰ চাবুকডাল সূৰ্য্যৰ ৰশ্মিত জলমল কৰিছে। মূৰত

সোণৰ কিৰীটি, যেন আকাশৰ তোটা-ভৰা। মূৰৰ ওৰণি জিন্নাপাখিৰে ৰুৱা কাপোৰ যেন লাগে। ইমান সুন্দৰ বস্তুৰ মাজত সকলোতকৈ সুন্দৰ হৈ জিলিকিছে ৰাজকুমাৰী।

ৰাজকন্যাক দেখি হংসৰ মুখ ৰঙা হ'ল, তেওঁ মাতিব নোৱৰা হ'ল। দেখাত বাপেক মৰা ৰাতি স্বপ্নত দেখা কন্যাৰ দৰে। মানুহ যে ইমান গুৱনি হ'ব পাৰে হংসই ধাৰণাকে কৰিব নোৱাৰিছিল। কুমাৰীৰ ৰূপত তেওঁ মোহ গ'ল। ভাবিলে,—"এওঁক যে মানুহে নির্ম্মম নিষ্ঠুৰ যাদুকৰী বোলে, নিশ্চয় সেই কথা মিছা। যাৰ এনে ৰূপ, তেওঁ নিশ্চয় মানুহে কোৱাৰ দৰে নিষ্ঠুৰ হ'ব নোৱাৰে। যাৰে ইচ্ছা এওঁক ধৰিব পাৰে।ময়ো নিশ্চয় এওঁক বিয়া কৰিবৰ চেষ্টা কৰিম।"

মানুহে হংসৰ কথা শুনি এই কামলৈ হাত নেমেলিবলৈ ক'লে। ক'লে,—"অইনবোৰৰ দশাই তোমাৰ দশা হ'ব।" বিশেষকৈ তেওঁৰ বাটৰ লগৰীয়াই বৰকৈ মানা কৰিলে। কিন্তু হংসই কাৰো হাক-বচন নুশুনিলে। কাপোৰ, জোতা ভালকৈ পৰিষ্কাৰ কৰি লৈ হংস বন্ধুমৰ কাৰেঙলৈ গ'ল। ৰজাৰ ঘৰ পাই ৰজাক লগ ধৰিলে। ৰজাই তেওঁক বৰ সমাদৰ কৰি বহুৱালে। কিন্তু যেতিয়া ৰজাই শুনিলে যে হংসই জীয়েকক বিয়া কৰিবলৈ চেষ্টা কৰিব খুজিছে, ৰজাই কান্দি পেলালে। ক'লে,—"এনে কামলৈ নাগুৱাবা বোপা। সেই কথা মনতো ঠাই নিদিবা। নহ'লে তোমাৰ দশা আগৰবোৰৰ দৰে হ'ব। সিহঁতৰ কি হ'ল বাক চোৱাঁহি।"

এই বুলি ৰজাই কুমাৰীৰ প্ৰমোদ উদ্যানলৈ নিলে। হংসই তাত বৰ বুকু কাটি যোৱা দৃশ্য দেখিলে। প্ৰত্যেক গছৰে পৰা তিনটা কি চাৰিটা মানুহৰ জঁকা ওলমি আছে। জীয়াই থাকোঁতে ইহঁতে ৰাজকুমাৰীৰ মনৰ ভাব অনুমান কৰিবলৈ আহিছিল, নোৱাৰিলে। এতিয়া প্ৰত্যেক বতাহ ছাটিতে ইহঁতৰ জঁকাই ইমান কৰকৰ কৰি উঠে যে অইন কি কাউৰী শগুণেও এই উদ্যানলৈ আহিবলৈ ভয় কৰে। উদ্যানৰ লতা-ফুল মানুহৰ হাড়ৰ গোঁজত

বান্ধি দিয়া। প্ৰত্যেক জোপা ফুলৰ কাষত এটা কি দুটা মানুহৰ লাওখোলা।

ৰজাই ক'লে,—"এইবোৰ কি, দেখিছা? তোমাৰ দশাও এনেই হ'ব। মোৰ জীক পাবলৈ চেষ্টাকে নকৰিবা। মই এনেবোৰ হ'লে বৰ বেজাৰ পাওঁ।" হংসই ক'লে, সি নিশ্চয় কুমাৰীক লাভ কৰিব পাৰিব। তাৰ মনে কৈছে যে কোনো বিপদ নঘটে, সি নিশ্চয় কৃতকাৰ্য্য হ'ব।

এনেতে কুমাৰী নগৰ ফুৰি সেইখিনি পালেহি। ৰজা আৰু হংসই তেওঁক আগবঢ়াই আনিলে। ৰাজকুমাৰীয়ে যেতিয়া হংসৰ নমস্কাৰৰ প্ৰতি-নমস্কাৰ দিলে, তেওঁ দেখিবলৈ এনে সুন্দৰ হৈছিল যে হংস একেবাৰে বিভোল হ'ল। মানুহে যে এওঁক যাদুকৰী বোলে এই কথা সমূলি বিশ্বাস নোহোৱা হ'ল।

তাৰ পাছত কুমাৰীয়ে হংসক ভিতৰলৈ নি জলপান খাবলৈ দিলে। তাতে থিৰ হ'ল পাছ দিনা দুপৰীয়া হংস কাৰেঙলৈ আহিব। ৰাজ-সভা বহিব। সমজুৱাই বিচাৰ কৰিব ৰাজকুমাৰীৰ মনৰ ভাব হংসই ঠিককৈ ক'ব পাৰে নে নাই। যদি ক'ৱ পাৰে তেন্তে পাছৰ দুদিন সিমান সময়তে ৰাজ-সভালৈ আহিব লাগিব। ক'ব নোৱাৰিলে, তেওঁ জীৱন হেৰুৱাব। এতিয়ালৈকে কোনো চেষ্টা কৰোঁতাই এবাৰকে ৰাজকুমাৰীৰ মনৰ ভাব ঠিক অনুমান কৰিব পৰা নাই।

কুমাৰীৰ মনৰ কথা অনুমান কৰা যে কিমান দুঃসাধ্য হ'ব পাৰে এই কথা হংসই ভাবি চোৱা নাই। বৰঞ্চ তেওঁৰ মনত ৰংহে লাগিছে। তেওঁ মাথোন সুন্দৰীৰ সৌন্দৰ্য্যৰ কথা ভাবিছে। মনতে লাগিছে ভগৱানে তেওঁক সহায় কৰিব। কিন্তু কি ভাৱে ভগৱানৰ সহায় আহিব পাৰে এই বিষয়ে অকণো চিন্তা কৰা নাই। ৰঙত বিভোল হৈ হংস অতিথিশালা পালেগৈ। তাত তেওঁৰ বন্ধুৱে তেওঁলৈ বাট চাই আছে।

ৰাজকুমাৰীয়ে কেনেকৈ তেওঁৰে কথা পাতিলে, কেনেকৈ তেওঁৰ মুখলৈ চাই হাঁহিলে, এইবোৰ কথা হংসই বন্ধুৰ আগত কৈ অন্ত কৰিব

পৰা নাই। কেতিয়ানো কাইলৈ ৰাতিপুৱাৰ, কেতিয়ানো কাৰেঙলৈ গৈ ৰাজকুমাৰীৰ মনমোহা ৰূপ দেখিবলৈ পাব, কেতিয়ানো ৰাজকুমাৰীৰ মনৰ ভাব অনুমান কৰিবলৈ পাব, এইবোৰ লৈ হংস ব্যস্ত, ইয়াৰ বিষয়ে বন্ধুৰ আগত কোনো মেলা কৰিলে।

তেওঁৰ নগৰীয়াই কিন্তু বৰ বেজাৰেৰে মুখ জোকাৰিলে। ক'লে,—"মই তোমাক বৰ ভাল পাওঁ, বন্ধু। বহুত দিন আমি একে লগে থাকিব পাৰিলোঁহেঁতেন। এতিয়া তোমাক হেৰুৱাবলগীয়া হ'ল! মোৰ কান্দিবৰ মন গৈছে, কিন্তু মই কান্দি আজি তোমাৰ আনন্দত ব্যাঘাত নজন্মাওঁ। সম্ভৱতঃ আমি দুয়ো একে লগে থকা আজিয়েই শেষ ৰাতি। আজি আমি যথাসম্ভৱ ৰং-ধেমালি কৰি সুখ কৰি লওঁ। কাইলৈ তুমি যেতিয়া যাবাগৈ, তাৰ পাছতো কান্দিবলৈ বহুত সময় পাম।"

নগৰৰ মানুহে যেতিয়া শুনিলে যে ৰাজকুমাৰীক লাভ কৰিবলৈ এজন মানুহে চেষ্টা কৰিব খুজিছে, গোটেই নগৰতে হাহাকাৰ লাগিল। অনাহকত সুন্দৰ সুন্দৰ ডেকা ল'ৰাবোৰ মৰা যোৱাত নগৰীয়াবোৰ বৰ ত্যক্ত হৈছে। সংবাদটো জনাজাত হোৱা মাত্ৰকে দোকান-পত্ৰ বন্ধ হ'ল, আমোদ-প্ৰমোদৰ থলিবোৰ উদং হ'ল। ৰজাই প্ৰজাই নাম কীৰ্ত্তন কৰিলে যাতে ৰাজকুমাৰীৰ মনৰ গতিৰ সলনি হয়।

সেই ৰাতি দুই বন্ধুৱে একে লগে বহি ৰং-ধেমালি কৰি ৰাতিৰ আহাৰ খালে। বন্ধুৱে পানীৰ লগত কিবা মিহলাই দিয়াত হংসই অলপতে চকু মেলি থাকিব নোৱৰা হ'ল। তেওঁ টোপনিত অচেতন হ'ল। বন্ধুৱে হংসক আথে-বেথে তুলি নি বিছনাত শুৱালে। তাৰ পাছত কাটি অনা ডেউকা দুখন নিজৰ বাউসিত বান্ধিলে। বুঢ়ীৰ পৰা লোৱা শিপাকেইডালৰ সবাতোকৈ ডাঙৰ ডাল জেপত ভৰাই লৈ, জানালাখন খুলি উৰা মাৰি কাৰেং পালেগৈ। তাত ৰাজকুমাৰী থকা কোঠাটোৰ খিড়িকী এখনৰ কাষতে থাপ দি থাকিল।

গোটেই জগত নিস্তব্ধ। দুপৰ বাতিৰ অলপ আগেয়ে, কুমাৰীৰ কোঠাৰ জানালাখন মেল খালে। কুমাৰীয়ে বাউসিত ক'লা ডেউকা দুখন বান্ধি নগৰৰ পৰা দূৰণিত থকা এটা পৰ্ব্বতৰ ফাললৈ উৰা মাৰিলে। হংসৰ বন্ধুৱে এতিয়া নিজকে অদৃশ্য কৰি লৈছে। তেওঁ পিছ ল'লে। ক'লা ডেউকাৰে বগা কাপোৰ পিন্ধা কুমাৰী উৰি গৈছে, কাষে কাষে হংসৰ অদৃশ্য বন্ধু, হাতত শিপাডাল। শিপাডালেৰে কুমাৰীৰ পিঠিত কোবাই গৈছে। য'তে কোব পৰে তাতে ফাটি তেজ ওলায়। কোব একোটা খাই কুমাৰীয়ে কয়,—"উঃ, বৰ ডাঙৰ ডাঙৰ শিল পৰিছে।"

বহুত দূৰ উৰি গৈ পৰ্ব্বতৰ কাষত কুমাৰী নামি ভৰিৰে মাটি খুন্দিয়ালে। ভুঁইকঁপ হোৱাৰ সময়ত হোৱা শব্দৰ দৰে পৰ্ব্বতৰ ভিতৰৰ পৰা গোঁজৰণি শুনা গ'ল। পৰ্ব্বতে ফাট মেলিলে। কুমাৰী ফাটটোৰ ভিতৰত সোমাল। হংসৰ বন্ধুও পিছে পিছে গ'ল। তেওঁ নিজকে অদৃশ্য কৰি লোৱা গতিকে তেওঁক কোনেও নেদেখিলে।

দুয়ো দীঘলীয়া ফাটেদি আগবাঢ়ি গ'ল। সুৰুঙাৰ বেৰবোৰ জুই জলাদি পোহৰ হৈ আছে। হাজাৰ হাজাৰ পোহৰ হৈ থকা মকৰাই সুৰুঙাৰ বেৰত বগাই ফুৰিছে। সুৰুঙা পাৰ হৈ সোণ-ৰূপেৰে সজা এটা বৰ ডাঙৰ কোঠাত দুয়ো ওলালগৈ। কোঠাটোৰ বেৰত একোটা সেউজীয়া অতি বিশাল সাপ পাক খাই আছে। সাপৰ মুখৰ পৰা বিহ উফৰি পৰিছে। বিহবোৰ দেখিবলৈ যেন একোটা ৰঙা-নীলা ফুল। সাপবোৰ যেন ঠাবি। কোঠাটোৰ চালত জোনাকী পৰুৱা আৰু বাহুলীয়ে পাখি মাৰি ফুৰিছে। কোঠাটোৰ মাজতে এখন ডাঙৰ আসন। আসনখনৰ খুৰা কেইটা ঘোঁৰাৰ হাড়ৰ। মকৰা জালৰ সূতাৰে হাড়বোৰ বন্ধা। আসনখন কাচৰ। আসনত এখন গভলা। গভলাখন ক'লা ক'লা নিগনিৰে সজা। নিগনিবোৰে ইটোৰ নেগুৰত সিটোৱে কামুৰি কোঁহাল

কৰি আছে। আসনৰ ওপৰত ৰঙা স্কৰা জালৰ চন্দ্ৰতাপ। তাত ধুনীয়া ধুনীয়া পোক লগোৱা, যেন নীলমণি খতোৱা। আসনত বহি আছে এটা কিৰীটি পিন্ধা কুন্দচ-মুখীয়া বুঢ়া। হাতত ৰাজদণ্ড। কুমাৰী তাৰ ওচৰ পালতে সি উঠি তেওঁৰ কপালত চুমা খাই তেওঁক নিজৰ আসনতে বহুৱালে। ইমানতে নাচন-বাজন আৰম্ভ হ'ল। ফৰিঙে টোকাৰী বজালে, ফেচাই গান ধৰিলে। মূৰত খেৰৰ জুমুঠি পিন্ধা বাওনা ভূতে চাৰিওকাষে ঘূৰি ঘূৰি নাচিলে। কিন্তু হংসৰ বন্ধুক কোনেও আসনখনৰ পিছত থিয় হৈ থকা নেদেখিলে। কাৰণ তেওঁ অদৃশ্য হৈ আছে। তেওঁ কিন্তু সকলো দেখিলে, সকলো শুনিলে।

কিছু পৰ নাচ-বাগ চলাৰ পাছত কুমাৰীয়ে ক'লে যে এজন বিবাহাৰ্থী নতুনকৈ আহিছে। কাইলৈ তেওঁ কি ভাবিব লাগিব? যাদুকৰে ক'লে,—"বুজিছা, খুব সহজ কথা এটা ভাবিবা। কথা যিমানেই সুহজ হ'ব, অনুমান কৰা সিমান টান হ'ব। তোমাৰ জোতাযোৰৰ কথাকে ভাবিবা। মানুহটোৱে নিশ্চয় এই কথা ক'ব নোৱাৰে। তেতিয়া তাৰ মূৰটো কটাই পেলাবা। মই খাবলৈ তাৰ চকু দুটা কাইলৈ বাতি আনিবলৈ নেপাহৰিবা।"

কুমাৰীয়ে মূৰ দোঁৱাই ক'লে যে কথাটো তেওঁ কেতিয়াও নেপাহৰে। তেতিয়া যাদুকৰে মুখতে কিবা ভোৰভোৰালে। পৰ্ব্বতৰ দুৱাৰ মুকলি হ'ল। কুমাৰী বাজলৈ ওলাই ঘৰমুৱা হৈ উৰা মাৰিলে। হংসৰ বন্ধুৱেও ততালিকে পিছ ল'লে। বাটত কুমাৰীক পাৰেমানে কোবালে। কুমাৰীয়ে ভাবিলে বৰ ডাঙৰ ডাঙৰ শিল পৰিছে। সেই বাবে যিমান পাৰে খৰকৈ উৰি নিজৰ খোঁটালীত সোমাল। হংসৰ বন্ধুৱেও আলহী ঘৰলৈ উভতি হংস শুই থকা কুঠৰীতে সোমাই ডেউকা দুখন বাউসিৰ পৰা এৰুৱাই নিজৰ চাৰি-পাটীত পৰিল।

পাছ দিনা নিচেই পুৱাতে হংস শোৱাৰ পৰা উঠিল। তেওঁৰ বন্ধুও উঠিল। হংসৰ কাৰেঙলৈ যাবলৈ তত নাই, জানোচা বেলি

হয়। কাপোৰ-কানি পিন্ধিলে। তাৰ পাছত অলপ কিবা খাই লৈ কাৰেঙলৈ যাত্ৰা কৰিবলৈ সাজু হ'ল।

বন্ধুৱে সুধিলে,—"বন্ধু, কি ক'বা, ঠিক কৰিলানে?" হংসই ক'লে,—"জানো, সময়ত মনত যি খেলায় তাকে ক'ম।" আগ ৰাতিৰ ঘটনাবোৰৰ বৃত্তান্ত একো নকৈ, বন্ধুৱে হংসক ক'লে,—"যেতিয়া কুমাৰীয়ে তেওঁৰ নিজৰ মনৰ ভাৱৰ কথা তোমাক সুধিব, তেওঁৰ জোতাযোৰৰ কথা ভাবিছে বুলি ক'বা।" হংসই ক'লে,—"মই যিহকে তিহকে ক'ব পাৰোঁ। মোৰ মনে ধৰিছে যোৱা ৰাতি কেনোবা দেৱতাই তোমাক এই কথা কৈ গৈছে। মই জানোৱেই তেওঁলোকে মোক সহায় কৰিব। মই নিশ্চয় তুমি শিকোৱা কথাকে ক'ম। এতিয়া বন্ধু, মই তোমাক বিদায় মাগিলোঁ। তুমি শিকোৱা কথা যদি ঠিক নহয়, তেন্তে এই বিদায়েই শেষ বিদায়!"

তাৰ পাছত পৰস্পৰে বিদায় ল'লে। হংস কাৰেঙলৈ বুলি যাত্ৰা কৰিলে। তাত ৰজা পাৰিষদ সকলো বহি আছে। ৰজাই হংসক দেখি চকুলো টুকিলে। অলপ পাছতে কুমাৰী আহি ৰাজ-সভা সোমাল। কালিতকৈয়ো দেখাত ৰাজকন্যা বেছি সুন্দৰী। মিচিকিয়াই হাঁহি মাৰি তেওঁ সকলোকে সম্ভাষণ জনাই তেওঁৰ নিমিত্তে থোৱা আসনত বহিল।

তাৰ পাছতে প্ৰশ্ন আৰম্ভ হ'ল। কুমাৰীয়ে হংসক সুধিলে,—"বাৰু এতিয়া কি ভাবিছোঁ?" হংসৰ মুখৰ পৰা "জোতা" শব্দটো ওলালতে কুমাৰীৰ মুখ ক'লা পৰি গ'ল, তেওঁৰ হাত-ভৰি কঁপিবলৈ ধৰিলে। তেওঁ মাতিব নোৱৰা হ'ল। অস্বীকাৰ কৰিব নোৱাৰিলে যে হংসৰ কথা ঠিক। ৰজা-প্ৰজা কাৰো বুজিবলৈ বাকী নাথাকিল যে হংসই ঠিক অনুমান কৰিলে। গোটেই সভা জুৰি আনন্দৰ কোৰ্হাল উঠিল, হাত চাপৰিৰ শব্দত কতো কাৰো মাত শুনা হ'ল।

খবৰটো যেতিয়া শুনিলে, হংসৰ বন্ধুৱেও বৰ আনন্দ পালে। হাত দিয়া কামটোৰ গুৰুত্ব এতিয়াহে হংসই বুজিব পাৰিলে।

বন্ধুৱে শিকাই নিদিয়া হ'লে এতিয়ামানে কি হ'লহেঁতেন? এই পৰম বিপদৰ পৰা উদ্ধাৰ পাই হংসই হাত যোৰ কৰি ভগৱানক কৃতজ্ঞতা জনালে। আৰু দুদিন বিপদ আছে। তাৰ পৰা ৰক্ষা পৰাত যেন তেওঁ সহায় পায়!

আগদিনাৰ গধূলিৰ দৰে দুই বন্ধুৱে আজিৰ গধূলিটোও একে লগে ৰং-ধেমালি কৰি খোৱা-মেলাত কটালে। হংসই শোৱা মাত্ৰকে তেওঁৰ বন্ধু ঘৰৰ পৰা ওলাই উৰি গ'ল। বন্ধুৱে আজি ডাঙৰ শিপা দুডাল লগত নিছে। আজি কুমাৰীৰ পিঠিত আগৰ দিনতকৈয়ো জোৰেৰে যুটীয়া শিপাৰে কোবালে। কুমাৰীৰ লগত পৰ্ব্বতৰ ভিতৰলৈ যোৱা তেওঁক কেৱে নেদেখিলে, তেওঁ কিন্তু সকলো দেখিলে, সকলো শুনিলে। আজি থিৰাং হ'ল যে কাইলৈ কুমাৰীয়ে তেওঁৰ হাতত পিন্ধা মোজা যোৰৰ কথা ভাবিব। কি উত্তৰ দিব লাগে বন্ধুৱে হংসক সময়মতে শিকাই দিলে।

হংসই দ্বিতীয় দিনাও ঠিক উত্তৰ দিব পাৰিলে। ৰজা-প্ৰজা সকলোৱে আনন্দ পালে। আগৰ দিনতকৈয়ো আজি নগৰত আনন্দৰ ধুমধাম বাঢ়িল।

এতিয়া হংসই মাথোন আৰু এটা প্ৰশ্নৰ উত্তৰ দিবলৈ আছে। যদি ঠিক উত্তৰ দিব পাৰে, তেন্তে তেওঁৰ মনমোহা ৰাজকুমাৰীক তেওঁ বিয়া কৰিবলৈ পাব। যদিহে উত্তৰ ঠিক নহয়, দুদিন প্ৰশ্নৰ যথাৰ্থ উত্তৰ দিয়া সত্বেও তেওঁ জীৱন হেৰুৱাব, তেওঁৰ চকুৱে যাদুকৰ বুঢ়াৰ জিবাত সোৱাদ লগাব।

সেইদিনা গধূলি হংসই বহুত পৰ ঈশ্বৰৰ নাম লৈ আনদিনতকৈ সোনকালে শুবলৈ গ'ল। তেওঁৰ বন্ধুৱে বাউসিত হাঁহৰ ডেউকা বান্ধি লৈ কাৰেঙলৈ যাবলৈ ওলাল। পুতলা নচুৱা মানুহটোৰ পৰা লোৱা তৰোৱালখন কঁকালত বান্ধি ল'লে আৰু শিপা তিনিওডাল লগত ল'লে।

সেই ৰাতি ঘোপমৰা আন্ধাৰ। তাৰ উপৰি ধুমুহাৰ ইমান

কোব যে ঘবৰ চাল উৰাই নিছে। ৰাজকুমাৰীৰ প্ৰমোদ উত্তানত থকা মানুহৰ জঁকাবোৰ ধুমুহাত ইফৰা দোঁ খোৱাদি ভিৰ লৈছে। ঘনে ঘনে বিজুলী মাৰিছে, লগে লগে কাণ তালমৰা ঢেৰেকনি। কুমাৰীৰ জানালা মেল থালে। কুমাৰী উৰা মাৰি গ'ল। আজি কুমাৰীৰ মুখ বৰ শেঁতা। বতাহ ধুমুহালৈ ভয় কৰা নাই। কিন্তু ধুমুহাই অসুবিধা কৰিছে। যেতিয়া তেওঁ পিন্ধা কাপোৰৰ মাজত বতাহ সোমাই ফুলাই পেলালে আৰু পিঠিত হংসৰ বন্ধুৰ হাতত থকা তিনডলীয়া শিপাৰ কোব পৰি পিঠি কাটি তেজ ওলাল, তেওঁৰ উৰিবৰ শক্তি হৰিল। কোনো মতেহে তেওঁ পৰ্ব্বতটো পালেগৈ।

কুমাৰীয়ে যাতুকৰ বুঢ়াক ক'লে,—"মই এনে শিলবৰিষণ আৰু ধুমুহা দেখা নাই।" বুঢ়াই ক'লে,—"এৰা, কেতিয়াবা ভাল বস্তুৰ আধিক্যয়ো তিতা লগায়।" তাৰ পাছত কুমাৰীয়ে কঁপি কঁপি ক'লে,—"মানুহটোৱে আজিও ঠিক উত্তৰ দিলে। কাইলৈকো যদি যথাৰ্থ উত্তৰ দিব পাৰে, মই তেন্তে আৰু তোমাৰ ওচৰলৈ আহিবলৈ নাপাওঁ। কত কষ্ট কৰি তোমাৰ পৰা ভেলেকী শিকিলোঁ এতিয়া সকলো অথলে যায়।" ইয়াকে কৈ কুমাৰীয়ে ফেকুৰি ফেকুৰি কান্দিলে। যাতুকৰে ক'লে,—"ভয় নকৰিবা, এইবাৰ সি উত্তৰ বিচাৰি নাপায়, নিশ্চয় জানিবা। এইবাৰ মই তোমাক এনে এটা বস্তু ভাবিবলৈ দিম সি জনমতো সেইটো দেখা নাই। যদি সি ভেলেকী বিত্তা মোতকৈয়ো বেছি নাজানে, তেন্তে সি অনুমান কৰিব নোৱাৰে। এতিয়া থোৱা বাৰু সেইবোৰ কথা। এতিয়া ৰং-ধেমালি কৰি মনত অলপ আনন্দ লগাওঁ। এই বুলি বুঢ়াই কুমাৰীৰ হাতত ধৰি কোঠাটোত ঘূৰি ঘূৰি নাচিবলৈ ধৰিলে। খেৰৰ জুমুঠি পিন্ধা বাওনা ভূতবোৰে মূৰ জোকাৰি জোকাৰি নাচিলে। বঙা মকৰাই বেৰত জপিয়াই ফুৰিলে। ফেচাই দগৰ পিটিলে, জিলীয়ে চিঁ চিঁ কৰি গান ধৰিলে, ফৰিঙে টোকাৰী বজালে। গোটেইখন বঙত মতলীয়া হ'ল।

নাচোঁতে নাচোঁতে ভাগৰ লাগিলত কুমাৰীয়ে ক'লে—"আজি বহুত পৰ হ'ল, মই এতিয়া ঘৰলৈ যাব লাগিল। মোক বিচাৰি নাপালে লেঠা লাগিব।" যাতে একেলগে আৰু কিছুপৰ থাকিব পাৰে, তাৰ নিমিত্তে বুঢ়াটোও কুমাৰীৰ লগতে ওলাল।

দুয়ো ধুমুহা বতাহৰ মাজেদি উৰা মেলিলে। হংসৰ বন্ধুও তেওঁলোকৰ লগতে গ'ল। তেওঁ তিনিভাল শিপা কুমাৰী আৰু বুঢ়াৰ পিঠিত ছিঙিলে। বুঢ়াই এনে ধুমুহা আগেয়ে পোৱা নাই। কাৰেং পাই বুঢ়াই কুমাৰীৰ পৰা বিদায় লওঁতে কাণৰ ওচৰত ফুচফুচাই ক'লে,—"কাইলৈ মোৰ মূৰৰ কথা ভাবিবা।" হংসৰ বন্ধুৱে কাণ থিয় কৰি আছে। ফুচ-ফুচুৰা সত্ত্বেও তেওঁ বুঢ়াৰ কথা শুনিলে। কুমাৰী যেই ভিতৰ সোমাল, বুঢ়াই পৰ্ব্বতলৈ উভতিবৰ কাৰণে ঘূৰিছিল। ঠিক এনেতে বুঢ়াৰ ডাঢ়ি কোছাত ধৰি হংসৰ বন্ধুৱে তৰোৱালৰ একে ঘাপতে বুঢ়াৰ মূৰটো ছিঙি পেলালে। কোনেনো তাক আক্ৰমণ কৰিলে, সেইটো বুজিব পৰাৰ আগেয়ে বুঢ়াৰ মূৰ ছিগি গ'ল। বুঢ়াৰ গাঁৰিটো হংসৰ বন্ধুৱে নি সাগৰত পেলাই দি মূৰটো পানীত জুবুৰিয়াই নিজৰ হাঁচতিৰে বান্ধি লগত লৈ অতিথিশালত হংসৰ বন্ধু সোমাল।

বন্ধুৱে পাছ দিনা টোপোলাটো হংসক দি যেতিয়ালৈকে কুমাৰীয়ে "কি ভাবিছোঁ" বুলি নোসোধে তেতিয়ালৈকে মেলিবলৈ মানা কৰিলে।

সেই দিনা ৰাজ-সভাত মানুহ ঠাহ খাই পৰিছে। সকলোৰে মনত উগুল-থুগুল লাগি আছে। "আজি কি হয়, কি হয়!" সভাসদ সকলোৰে পিছে পিছে নতুন গিলিপ লগোৱা একোটা গাঁৰু। ৰজাই নতুন সাজ পিন্ধিছে। মুকুট আৰু ৰাজদণ্ড ঘঁহি-মাজি চিকচিকীয়া কৰি লৈছে। কুমাৰীৰ কিন্তু মুখ শুকান। আজি ক'লা সাজ পিন্ধিছে।

"আজি বাৰু মই কি ভাবিছোঁ" বুলি কুমাৰীয়ে হংসক সুধিলে।

প্ৰশ্নৰ উত্তৰত হংসই টোপোলাটো মেলি, বুঢ়াৰ কুহচ কটা মুৰটো দেখি নিজেই উচাপ খাই গ'ল। এই কুৎসিত বস্তুটো দেখি সকলো দৰ্শকৰে গা জিকাৰ খাই উঠিল। কুমাৰীৰ মুখৰ মাত হৰিল। প্ৰতিমাৰ দৰে নিশ্চল নিৰ্ব্বাক হৈ থাকিল। অৱশেষত তেওঁ নিজ আসনৰ পৰা উঠি হংসৰ ফাললৈ হাত আগবঢ়াই দিলে। হংসৰ কাণে বা অইন কাৰো কাণে নোচোৱাকৈ বৰ বেজাৰৰ মাত মতাদি ক'লে,—এতিয়াৰ পৰা তুমি মোৰ প্ৰভু। আজি গধূলিতে আমাৰ



উত্তৰত হংসই টোপোলা মেলি……

বিয়া হ'ব।" ৰজাই প্ৰজাই এই কথাত বৰ আনন্দ পালে। মানুহবোৰে জয়ধ্বনি দি উঠিল। সেই দিনা গধূলি গোটেই নগৰ জুৰি ভোজ আৰু নাচ-বাগ চলিল। গোটেই নগৰৰ আলিত চাকি লগাই দিন যেন পোহৰ কৰিলে, প্ৰজাই কত হাৰে উৰালে, বাজি পুৰিলে তাৰ ঠিকনা নাই।

কুমাৰীৰ বিয়া হৈ গ'ল। কিন্তু তেওঁ বৰ মন-মৰা। কুমাৰীক

এবো পথ্যে প্রকৃত কবিব নোৱাৰি হংসই তেওঁৰ বন্ধুক বুদ্ধি সুধিলে। বন্ধুৱে কেইকোটামান পানী থকা সৰু চিচা এটা আৰু হাঁহৰ ভেউকাৰ পৰা উবলা তিনটা পাখি হংসক দি, প্ৰত্যেকটো পাখিৰ আগ পানীত তিয়াই কুঁৱৰীৰ কপালত লগাই দিবলৈ ক'লে। ইয়াকে কৰিলে যোগে যাদুকৰে কৰা ভেলেকীৰ শক্তি নাশ হ'ব।

বন্ধুৱে দিয়া দিহা মতে হংসই কাম কৰিলে। এটা পাখি চিচাৰ পানীত জুবুৰিয়াই কুঁৱৰীৰ কপালত তিনিবাৰ লগাই দিলতে কুঁৱৰীয়ে ভীষণ চিঞৰ মাৰি ক'লা হাঁহৰ ৰূপ ধৰিলে। আৰু এটা পাখিৰে তেনে কৰাত ক'লা হাঁহটো বগা হ'ল, কিন্তু ডিঙিত এটা ক'লা দাগ বৈ গ'ল। সেই ভাৱেই বাকীটো পাখিৰে কপালত তিনিবাৰ পানী সনাত, হাঁহটোৱে মানুহৰ ৰূপ ধৰিলে। এতিয়া কুঁৱৰী দেখাত পূৰ্ব্বতকৈয়ো সুন্দৰী হ'ল। চকুত আনন্দাশ্ৰুৰে, হংসই তেওঁক যাদুকৰৰ ভেলেকীৰ পৰা উদ্ধাৰ কৰাত তেওঁ হংসক বহুত ধন্যবাদ দিলে।

তাৰ পাছ দিনা হংসৰ বন্ধুৱে হাতত লাখুটি, কান্ধত জোলোঙা লৈ কাবেঙত হংসক বিচাৰিলে। হংস ওলাই আহি বন্ধুক আঁকোৱালি ধৰি সদায় তেওঁৰ লগতে থাকি তেওঁৰ সুখৰ ভাগী হ'বলৈ খাটিলে। কিন্তু বন্ধুৱে মূৰ জোকাৰি ক'লে, "সেইটো হ'বৰ উপায় নাই, বন্ধু! মোৰ সময় উকলি আহিছে। এতিয়া মই মোৰ ধাৰ সুজিলোঁ, ইয়াত আৰু থাকিব নোৱাৰোঁ। তোমাৰ মনত আছে নে সেই মৰা মানুহটোৰ কথা, যাক তাৰ ধৰুৱাই গাঁতৰ পৰা উলিয়াই পেলাব খুজিছিল। তোমাৰ সৰ্ব্বস্ব দি তাক নিধৰুৱা কৰিছিলা যে? মই সেই মানুহটোৰ আত্মা।"

ইয়াকে কৈ বাটৰ লগৰীয়া, লাখুটি জোলোঙা সকলো মায়া হৈ নেদেখা হ'ল।

এমাহ ধৰি নগৰত বং-ধেমালি চলিল। ৰজাই এতিয়া আৰু জীয়েকৰ দুৰ্ব্বুদ্ধিতাত কান্দিবলগীয়া নহয়। কালক্ৰমত ৰাজকুমাৰীৰ সন্তান জন্ম হ'ল। ককাকে সকলে সিহঁতক কোলাত লৈ নচুৱালে,

তাণ্ডৱ হ'লত ককা-নাতি হাত ধৰাধৰিকৈ নাচিলে। নাতি-নাতিনী পাই ৰজাৰ বৰ আনন্দ। ৰজা মৰাৰ পাছত হংস সেই দেশৰ ৰজা হ'ল।

সাধু শেষ হ'ল। আজি বহুত বেলি লাগিল।

মইনা—মানুহে ভাল কাম কৰিলে তাৰ বাবে বঁটা পায়, নহয় নে, দাদা?

দাদা—ঠিক ধৰিছা মইনা।

[ ৮ ]

আজি পূৰ্ণিমা। ঘৰৰ ভিতৰত চাকি লগালতে মইনাই দুখন চাৰি লৈ চোতাল পালেহি, দাদাও এনেতে চোতাললৈ আহিল। দাদাই ক'লে,—"মইনা, আজি অলপতে চন্দ্ৰ গ্ৰহণ লাগিব। গ্ৰহণ লাগিলে ভাত খাব নাপায়। তাৰ আগেয়ে মানুহ আটাইবোৰে ভাত খাই লব লাগিব। সেই বাবে আজি নিচেই চুটি সাধু ক'বলৈহে সময় থাকিব।" মইনাই সুধিলে,—"দাদা, চন্দ্ৰ গ্ৰহণ কি?" দাদাই ক'লে,—"পৃথিৱীৰ ছাঁটো চন্দ্ৰৰ ওপৰত পৰে, তাকে চন্দ্ৰ গ্ৰহণ বোলে।" মইনা আচৰিত হ'ল। সি সুধিলে "পৃথিৱীৰ ছাঁটো? পৃথিৱীৰ ছাঁটো চন্দ্ৰত পৰিব কেনেকৈ? আৰু পৃথিৱীত এতিয়া ৰাতি। এন্ধাৰৰ জানো ছাঁ থাকে? ছাঁ পোহৰত হে পৰে।" দাদাই মইনাৰ কথা শুনি ভাল পালে। ক'লে—"সেইবোৰ বহুত কথা, মইনা। এতিয়া তোমাক কথাটো ভালকৈ বুজাব নোৱাৰি। এইবোৰ কথা দিনত অলপ অলপকৈ তোমাক বুজাই দিম। পৃথিৱীৰ ছাঁটোনো কেনেকৈ চন্দ্ৰৰ ওপৰত পৰিবলৈ পায় তাকো পাছত বুজাম।" মইনাই সুধিলে,—"যদি পৃথিৱীৰ ছাঁটো চন্দ্ৰৰ ওপৰত পৰে,

তেন্তে আম্রাব ভাতৰ ওপৰত জগৰ লাগিল ক'ৰ পৰা ?" দাদাই ক'লে,—"চন্দ্ৰ গ্ৰহণৰ সময়ত আহাৰ কৰিলে বোলে মানুহৰ গা বেয়া হ'ব পাৰে। কিন্তু সেইটো কথা সকলো মানুহে নামানে। আমি যিবোৰে সেই কথা মানো, সেইবোৰে কওঁ চন্দ্ৰ গ্ৰহণৰ সময়ত আহাৰ খাব নাপায়।" মইনাই ক'লে,—" 'নাপায়'টো কি দাদা ? বৌয়ে দেখোন কয় 'অমুকটো কৰিব নাপায়, তমুকটো কৰিব নাপায়', মই একো বুজিব নোৱাৰোঁ।"

দাদাই ক'লে—"ময়ো বহুত কথা বুজিব নোৱাৰোঁ, মইনা। কিছুমানহে বুজিব পাৰোঁ। দুই ৰকমৰে অলপ উদাহৰণ দিম। মানুহে যেতিয়া কয়, 'ল'ৰাই ধঁপাত খাব নাপায়' তেতিয়া বুজিব পাৰোঁ, সৰু ল'ৰাই ধঁপাত খালে তাৰ গালৈ বেয়া, সেই বাবে সৰু ল'ৰাই ধঁপাত খাব নাপায়, অৰ্থাৎ সিহঁতে ধঁপাত খোৱা উচিত নহয়। যেতিয়া দুটা বুঢ়া ককাই-ভায়ে ধঁপাত খায়, কিন্তু সৰুটোৱে ডাঙৰটোৰ আগত ধঁপাত খাব নাপায় বুলি কয়, মই কথাটো বুজিব নোৱাৰোঁ, মাথোন ইয়াকেহে ধৰি লওঁ যে সেইটো দস্তুৰ চলি আহিছে, তাক মানুহে ভাঙিবলৈ ভয় কৰে। মানুহে যেতিয়া কয়, হাত নোধোৱাকৈ ভাত খাব নাপায়, বা মুখত আঙুলি সুমাব নাপায়, বা নখ কামুৰিব নাপায়, তেতিয়া বুজিব পাৰোঁ যে হাতত, আঙুলিত, নখৰ মাজত মলি থাকে, হাত ভালকৈ নোধোৱাকৈ আহাৰ খালে বা অপৰিষ্কাৰ আঙুলি, নখ মুখত সুমালে, হাতৰ, নখৰ মলি পেটলৈ গৈ পেটৰ বেমাৰ কৰিব পাৰে, তেতিয়া বুজিব পাৰোঁ যে খাবৰ আগেয়ে হাত নুধুলে, বা মুখত নখ, আঙুলি সুমালে নিজৰ অপকাৰ হ'ব পাৰে, সেই বাবে সেই কাম কৰা উচিত নহয়। কিন্তু যেতিয়া মানুহে কয় যে মাইকীয়ে মতা মানুহৰ আগত ভাত খাব নাপায়, কথাটো বুজিব নোৱাৰোঁ। ইয়াকে ধৰি লওঁ যে এইটো দেশৰ দস্তুৰ। যেতিয়া শুনো যে মানুহৰ গাত হাঁচিয়াব নাপায়, তেতিয়া বুজিব পাৰোঁ যে যাৰ গাত হাঁচি পৰে, হাঁচিৰা মানুহটোৰ গাত বেমাৰ থাকিলে সিটোৰ গালৈ যাব পাৰে,

সেই বাবে কোনো মানুহৰ গাত বা অইন মানুহৰ ওচৰত হাঁচিয়াৰ নাপায়। বেয়াবনো ইটোৰ পৰা সিটোৰ গালৈ কেনেকৈ যাব পাৰে, পাছত ক'ম। মানুহে যেতিয়া কয় যে হাঁচি পৰিলে একালে যাত্রা কৰিব নাপায়, কথাটো বুজিব নোৱাৰোঁ। এনেকুৱা বহুত কথা আছে, পাছে পৰে লাহে লাহে কৈ থাকিম। আজি ক'বলৈ সময় নহয়। আজি তোমাৰ পাঠ লোৱাতো 'গ্রহণ' নালাগিলে সাধু ক'বলৈ সময় নাথাকে। সেইবাবে আজি পাঠ লোৱাও এৰিলোঁ। এতিয়া সাধু কওঁ শুনা—

সত্যৰ নথকাৰ ফল।

এটা সৰু পৰ্ব্বতৰ কাষত এখন হাবিতলীয়া গাঁও আছে। গাঁওখনত কছাৰী মানুহৰ ঘৰ। গাঁৱৰ মানুহে হাবি ভাঙি ধান খেতি কৰে, আৰু হাবিৰ বনৰীয়া জন্তু চিকাৰ কৰি পেট প্ৰবৰ্ত্তায়। এসময়ত সিহঁতৰ মাজত এটা বৰ নিপুণ চিকাৰী আছিল। হাতত ধেনু-কাঁড় লৈ দিনৰ দিনটো হাবিয়ে হাবিয়ে ঘূৰি ফুৰাই তাৰ কাম। তাৰ টোণত দুই ৰকমৰ কাঁড়। যিবোৰ জন্তু কাঁড়ৰ খুন্দাতে মাৰিব পাৰে, সেইবোৰক সি সাধাৰণ কাঁড়েৰেই মাৰে। যিবোৰ জন্তুৱে তাক অপকাৰ কৰিব পাৰে, সেইবোৰলৈ বিহ-কাঁড় আছে। যেনে জন্তুৱেই হওক, তাৰ ধেনুৰ বিহ-কাঁড় এপাট লাগিয়েই থিতাতে ৰয়।

এদিন বাঘ এটাই চিকাৰীৰ গৰু এজনী মাৰিলে। চিকাৰীৰ বৰ খং উঠিল। "ৰ, তোক মোৰ গৰু খুৱাম।" চিকাৰীয়ে মৰা গৰুজনী ডাঙৰ গছ এজোপাৰ তললৈ টানি নিলে। গছজোপাৰ ওপৰত টঙি সাজি সেই ৰাতি বাঘ আহিবলৈ সি থাপ দি থাকিল।

বাঘৰ দস্তুৰ, সি কোনো জন্তু মাৰি ডিঙি ছিঙি তেজ পি, কেতিয়াবা তপিনাৰ মঙহ অলপ খায়, কেতিয়াবা তেনেই জন্তুটো এৰি থৈ যায়। পাছত আকৌ মৰিটাৰ মঙহ খাবলৈ আহে।

চিকাৰীয়ে টঙিৰ ওপৰত হাতত ধেনু লৈ বাঘ আহিবলৈ বাট চাই আছে। টোপত মুঠেই এডাল বিহ-কাঁড় আৰু একোহা বিহ নিদিয়া কাঁড়। বাঘলৈ বাট চাওঁতে চাওঁতে চকু বিষাল। বাঘে নাহে হে নাহে। কবিংকুটা জোনাক, বহুত দুৰণিলৈকে দেখি। বাঘ আহাৰ উমঘামেই নাই। নামি ঘৰলৈ যাবলৈকো ভয়। বাঘে কোনোবা জোপাৰ তলৰ পৰা জঁাপমাৰি পিঠিত ধৰিব লাগিলে বিপদ হ'ব। মুখা-মুখিকৈ বলে নোৱাৰে। কঁকালৰ দাখনেৰে এঘাপ বহাব পাৰিলে বাঘে তাৰ পাছত একো কৰিব নোৱাৰে। কিন্তু যদি বাঘৰ উমান পোৱা আগেয়ে সি পিঠিত উঠে, তেন্তে কি হয় ঠিক নাই। সি অৰণ্যে বাঘৰ গাৰ কেটেহা গোন্ধ পাব লাগে। কিন্তু গোটেইখন হাবিত গছৰ পাত পচি যিহে দুৰ্গন্ধ ওলাইছে, বাঘৰ গাৰ গোন্ধ যদি নাপায়েই। অবাবতে নো বিপদ মাতি অনা কি আৱশ্যক ?

বাঘলৈ বাট চই থাকোঁতে আহিল মৰা গৰুৰ মঙহ খাবলৈ এটা বনৰীয়া গাহৰি। গাহৰিটো মাৰিবলৈ চিকাৰীয়ে ধেনুত বিহ কাঁড়ডাল জোৰোতেই সিফালৰ পৰা বাঘ আহি উপস্থিত। চিকাৰীয়ে কাঁড়ডাল সামৰি থলে।

বাঘ গাহৰি দুয়ো একে সময়তে মৰা গৰুজনীৰ ওচৰ পালেহি। এতিয়া এটায়ো গৰুজনীত লাগিবলৈ সাহ নকৰে। জানোচা এটাই মঙহ খাওঁতেই সিটো তাৰ ওপৰত পৰে। দুয়ো গাইজনীৰ দুফালে বহিল। টঙিৰ ওপৰৰ পৰা চিকাৰীয়ে চাই থাকিল, এতিয়া নো ইহঁত দুটাই কি কৰে। দুডাল বিহকাঁড় লগত থকা হ'লে কথাই নাছিল। বাঘ গাহৰি দুয়োটাকে মাৰিব পাৰিলেহেঁতেন। বাঘৰ চাল জিলালৈ নি, মানুহৰ অপকাৰ কৰা জন্তু মৰা বাবে বৰচাহাবৰ পৰা পঁচিশ টকা বঁটা পালেহেঁতেন, আৰু গাহৰিটোৰ মঙহ ভাগ লগাই বেচি সিমানকে উলিয়ালেহেঁতেন, এটাক এৰি এটাক মাৰিলে দইন পৰে। গাহৰিও যে আহিব পাৰে, সি সেই কথা ভাবিবলৈ নহ'ল। নতুনকৈ বোৱা ধানৰ গোছা উঘালি খোৱা সি দেখিছেই।

গুচৰ-কাষৰতে ক'ৰবাত গাহৰিও আছে, মৰা গৰুৰ মঙহ খাবলৈ গাহৰিও আহিব পাৰে, এই কথাটোলৈ সি ভং নকৰিলে কিয় ? কথাটোলৈ ভালকৈ মন কৰা হ'লে সি নিশ্চয় তাকৰীয়াকৈ হ'লেও দুডাল বিহ-কাঁড় আনিলেহেঁতেন। কথা লক্ষ্য কৰিব নোৱাৰাৰ পৰা তাৰ এতিয়া পঁচিশ টকা হেৰায়।

বাঘ গাহৰি দুয়োটা মৰা গৰুজনীৰ দুকালে বহিয়েই আছে। এটায়ো আগবাঢ়িবলৈ সাহ কৰা নাই। বৈ বৈ চিকাৰীৰ আমনি লাগিল। "বাক, চোৱা যাওকচোন এটাৰ গালৈ এডাল বিহ নথকা কাঁড় মাৰি সিনো কি কৰে।" ইয়াকে ভাবি সি ধেনু টানি এডাল কাঁড় বাঘৰ গালৈ মাৰিলে।

বাঘৰ গাত কাঁড় লগাত সম্ভৱতঃ সি ভাবিলে গাহৰিয়েহে তাক কিবা এটা কৰিলে। গাহৰিৰ ওপৰত বাঘজঁাপ মাৰি পৰিল। যুদ্ধ লাগি গ'ল। যুঁজত দুয়ো বাগৰি ফুৰিছে। এবাৰ বাঘ ওপৰ হয়, এবাৰ গাহৰি ওপৰ হয়। সিহঁত দুটাৰ গোঁজৰণি আৰু কোঁ-কোঁৱনিত হাবি তল-ওপৰ হ'ল।

চিকাৰীয়ে দেখিলে বাঘে গাহৰিটোক বশ কৰি আনিছে। সি বাঘৰ গাত এডাল কাঁড় মাৰিলে। বাঘ হীনবল হ'ল। গাহৰিয়ে এতিয়া বাঘক শেষ কৰে! গাহৰিৰ ওপৰত কাঁড় পৰিল। এইদৰে যিটোৱেই ওপৰহতীয়া হয়, তাৰে গাত কাঁড় মাৰি তাক কিছু দমাই দিয়ে। যুঁজি যুঁজি শেষত বাঘ গাহৰি মৰি থাকিল। চিকাৰীয়ে বাঘ মৰা বঁটা আৰু গাহৰিৰ মঙহ ভাগ লগাই বেচা টকা দুয়োটা পালে। বিহ-কাঁড়ডালো খৰচ কৰাৰ আৱশ্যক নহ'ল। বাঘে গাহৰিয়ে বন্ধু হোৱা হ'লে, দুইটাই কাজিয়া কৰি দুৰ্ব্বল হৈ নমৰে। চিকাৰীয়ে সিহঁতৰ এটাক হে বিহ-কাঁড়েৰে মাৰিব পাৰিলেহেঁতেন।

ব'লা, মইনা, গ্ৰহণ লগাৰ আগেয়ে ভাত খাই লওঁগৈ।

[ ৯ ]

আজি মইনাই সাধু শুনিবলৈ বহিলত দাদাই প্ৰথমতে মাটিত খুঁটি এটা পুতি চাকিৰ সহায়েৰে চন্দ্ৰ গ্ৰহণ, সূৰ্য্য গ্ৰহণ কেনেকৈ হয় বুজালে। তাৰ পাছত পৰহি দিয়া পাঠ লৈ নতুন পাঠ দিলে। তাৰ পাছত সক নেওতাৰ সংখ্যা এটা এৰি এটা মাতিবলৈ শিকাই সাধু ক'বলৈ আৰম্ভ কৰোঁতে ক'লে—"আজি এটা দীঘলীয়া সাধু ক'ম, মইনা, তোমাৰ আমনি লাগি যাব।" মইনাই ক'লে,—"আমনি নালাগে, দাদা।" দাদাই, "বাৰু, চাম," বুলি আৰম্ভ কৰিলে,—

অজান দেশৰ অচিন বস্তু।

এখন ৰাজ্যৰ ৰাজধানীৰ কাষৰীয়া গাঁও এখনত জুৰমন নামেৰে মানুহ এটা আছিল। জুৰমন যি জুৰ মনেই। সাততো নাই, পাঁচতো নাই, কাৰো সৈতে দন্দত নাই, কাজিয়া পেঁচালত নাই। ঢোলত নাই, নাচত নাই; কানীত নাই, ভাঙত নাই; কাৰো অপকাৰত নাই, ফুটনিত নাই, ভাল সাজপাৰত নাই। যাকে লাগে দিনৰ দিনটো কাম কৰি দিয়ে, গধূলি হ'লে যিমানকে খাটনিৰ বেচ দিয়ে তাকে লৈ খোৱা বস্তু কিনি নিজৰ বহাত ৰান্ধি খাই শুই থাকে। পাছদিনা আকৌ কামলৈ যায়, মুৰ নদঙাকৈ কাম কৰে, গধূলি গা-খটা পইচাৰে বস্তু কিনি নিজৰ পঁজালৈ ওভতে। এই দৰেই জুৰমনৰ দিন যায়।

যদিও ডেকা, কাম কৰিবৰ সমৰ্থ শৰীৰত যথেষ্ট আছে, জুৰমনৰ মনত আকাঙ্ক্ষাৰ লেশ মাত্ৰও নাই। সবল শৰীৰ, হৃষ্ট-পুষ্ট অঙ্গ-প্ৰত্যঙ্গ, উজ্জ্বল বৰণ, সুঠাম মুখৰ গঢ়, জুৰমনৰ মানত এইবোৰৰ

একো মূল্য নাই। আন কি, সি ছোৱালী এজনী আনি ঘৰখন পাতিবলৈকো সাহ কৰিব পৰা নাই। নিজৰ মানত সি বৰ অপদাৰ্থ, তাৰ লৈ কোন ছোৱালী আহিব। নিজৰ যে কি শক্তি সমৰ্থ আছে, জুৰমনৰ উমান নাই।

এদিন কিন্তু ছোৱালী নিজেই আহি ওলাল। বেলি ৰঙা পৰি অহা পৰত ঘৰমুৱা জুৰমনে তললৈ মূৰ কৰি চাপৰি এটাৰ মাজেদি গৈ আছে, এনেতে ভেকুলী এটা জঁপমাৰি ভৰিৰ আগতে পৰিল। অলপতে সি ভেকুলীটো ভৰিৰ গচকত চেপেটা কৰিলেহেঁতেন। খোজটো নিলগাই পেলোৱাত হে ভেকুলীটো পেন্দা নহ'ল। এনেতে তাক কোনোবাই পিছফালৰ পৰা মতা শুনিলে। উভতি চাই দীপলিপ কন্যা এজনী দেখিলে। কন্যাই সুধিলে,—"তুমি বিয়া নকৰোৱা কিয়, জুৰমন?" জুৰমনে উত্তৰ দিলে,—"কেনেকৈ বিয়া কৰাওঁ, আইটী? মই নিজেই নিঠৰুৱা, মই আনৰ ভাৰ লওঁ কেনেকৈ? মোৰ এই অৱস্থাত মোলৈ ক'ৰ ছোৱালী আহিব খুজিব?" কন্যাই ক'লে—"তেন্তে বাৰু মোকে বিয়া কৰা।" ছোৱালীজনী বৰ ধুনীয়া, জুৰমনে কেতপৰ তেওঁলৈ ভালকৈ চাই ক'লে—"তোমাক বিয়া কৰিব পাৰিলে বেয়া নহয়। কিন্তু আমি খাম কি, পিন্ধিম কি, থাকিম ক'ত? খাবলৈ পিন্ধিবলৈ মই যি ঘটোঁ, কথমপি নিজকে জোৰেহে। তোমালৈ ক'ৰ পৰা ওলাব? মোৰ পঁজা যিটোহে, তাত নিজৰ গাটোকে ঘূৰাবলৈ টান, তোমাক সুমামগৈ ক'ত?" ছোৱালীজনীয়ে ক'লে—"সেইবোৰৰ বাবে মূৰ ঘমাইছা কিয়? মানুহে টানি কাম কৰিলে আৰু কমকৈ শুলে এহাল মানুহৰ ভাত-কাপোৰ উলিয়াব পাৰে, মূৰৰ ওপৰত চালি এখন সাজি লবৰ সংস্থানো হয়।" জুৰমনে ক'লে,—"তেন্তে বাৰু বিয়া পাতোঁ। পাছে আমি এতিয়া যাম কলৈ?" ছোৱালীজনীয়ে ক'লে—"আমি ৰাজধানীলৈ যাওঁ ব'লা। তাতে কিবা এটা দিহা কৰি ল'ব লাগিব।"

ছোৱালীজনীৰ লগত জুৰমন ৰাজধানীলৈ গ'ল। ছোৱালীজনীয়ে

ৰাজধানীৰ দাঁতি কাষৰীয়া ঘৰ এটা বাচি জুৰমনৰ হতুৱাই তাৰা লোৱালে। বিয়াৰ পাছত দুয়ো সেই ঘৰতে থাকিল।

এতিয়াও জুৰমনে আগৰ দৰেই কাম কৰে। আগৰ দৰে কিন্তু যেই সেই বেচত কাম নকৰে। কি নিৰিখে পইচা পাব আগতে বান্ধি লয়। ঘৰলৈ ঘূৰোঁতে আগৰ দৰে পিঠিটো ধেনুভিৰীয়া কৰি, মূৰটো গোঁজ মাৰি নাহে। পিঠিটো থিয় কৰি মূৰ দাঙি খোজ দিয়ে। মাজে সময়ে মুখৰ পৰা সুহুৰিও ওলায়। সি আগৰ দৰে মেধাও নাই, অথলাও নহয়, কাপোৰ-কানি পিন্ধাত লাগ-বান্ধ লাগিছে। মানুহৰ লগত কথাও পাতে, মাজে সময়ে হাঁহেও। ঘৈণীয়েক মন্দুকীৰ হাতত পৰি জুৰমনৰ ইমানখিনি উন্নতি হ'ল।

দিনৰ দিনটো কাম কৰি ঘৈণীয়েকৰ হাতত পইচা কেইটা গতাই দিব পাৰিলেই সেইদিনৰ নিমিত্তে জুৰমনৰ কাম শেষ হ'ল। আঃ, কি শান্তি! হাত পুৰি ভাত ৰান্ধিব নালাগে, চুৱা ধুব নালাগে, ঠাই সাৰিব নালাগে—সেইবোৰ কাম ঘৈণীয়েক মন্দুকীৰ। আন বাহিৰা কামৰ ভাৰো মন্দুকীয়েই লৈছে। পইচা ঘটাত বাদে আন কোনো বাব জুৰমনৰ গাত নাই। কাম কৰি আহি গধূলি পাটীত ওপৰলৈ পেট কৰি পৰি ঘৈণীয়েকে ভাত ৰন্ধা, সূতা কটা, কাপোৰ সিয়া চাই থাকে। নিজে উপযাচি কথা এষাৰো নকয়। মন্দুকীয়ে কিবা সুধিলেহে উত্তৰ দিয়ে। তথাপি তাৰ মনটো আগতকৈ বহুত মুকলি।

এই দৰেই জুৰমন মন্দুকীৰ সংসাৰ ক'তো খুন্দা-খুন্দলি নোখোৱাকৈ চলি আছিল। কিন্তু এদিন বিধিৰ বিপাক আহিল। সেই দেশৰ ৰজা নগৰ ফুৰোঁতে জুৰমনৰ ঘৰৰ আগেদি গৈছিল। বাইজে ৰজা চাবলৈ আলিৰ দুয়ো কাষে ভৰি পৰিছে। লগতে মন্দুকীয়ো আছিল। ৰজাৰ চকু মন্দুকীৰ ওপৰত পৰিল। এনে এডোখৰ আচুতীয়া ঠাইত দীপ-লিপ সুন্দৰী এজনী দেখি ৰজা আচৰিত হ'ল। ভাবিলে, "ইমান ধুনীয়া তিৰোতা ইয়ালৈ ক'ৰ পৰা আহিল। এনে তিৰোতা ৰাজ-

কাৰেঙত হে শোভা পাব।" ৰজাই গাড়ী ৰখাই মন্দুকীক ওচৰলৈ মাতি সুধিলে,—"তুমি কোন?" মন্দুকীয়ে গিৰিয়েকৰ কথা কৈ চিনাকি দিয়াত ৰজাই ক'লে,—"তোমাৰ দৰে ৰূপাহী এজনীৰ চহা এটাৰে কেনেকৈ বিয়া হ'বলৈ পালে? তুমি ৰাজ-ৰাণী হ'লেহে শুৱাব।" মন্দুকীয়ে কথাবাৰ শুনি ৰঙা-চঙা পৰিল। ক'লে—"মোৰ ৰূপৰ প্ৰশংসা কৰাত আপোনাক ধন্যবাদ নিদি থাকিব নোৱাৰিলোঁ। মোক হজুৰা গিৰিহঁতেই জুৰিছে। আনবোৰ সুন্দৰী বোৱাৰী-জীয়াৰী-



তুমি কেনেকৈ—?

আটাইবোৰ ৰাজ-পটেশ্বৰী হ'লেও মোৰ আপত্তি নাই।" এই চোকা সম্বিধানটো পাই মন্দুকীক নিজৰ কৰি লবলৈ ৰজাৰ হাবিয়াহ জন্মিল। মন্দুকীৰে কিছুপৰ কথা কটা-কটি কৰি ৰজাই নিজবাটত আগবাঢ়িল। ৰজাৰ মনৰ পৰা মন্দুকীৰ ৰূপে জন্মোৱা আকাঙ্ক্ষা নাশুকিল।

সেইৰাতি ৰজাৰ ভালকৈ টোপনি নাহিল। কথাতে হক, ৰূপতে হক, ৰজাৰ ৰাণী এগৰাকীও মন্দুকীৰ যোৰৰ নহয়। এইক কেনেকৈ নিজৰ কৰি ল'ব পাৰি, তাৰ উপায় ভবাতে ৰাতিটো কটালে। মনতে নানা ফন্দি পাতিলে, কিন্তু উপায় এটাও মনখোজা নহ'ল। পাছদিনা বিষয়াসকলক মাতি ইয়াৰ উপায় কৰিবলৈ ক'লে। এজন বিষয়াই ক'লে—"স্বৰ্গদেউ, ইয়াৰ অতি সহজ উপায় আছে। স্বৰ্গদেৱে মানুহ হাল কাৰেঙলৈ অনাওক। আমি মতাটোক কাম কৰাই মাৰি পেলাম। সি মৰিলেই স্বৰ্গদেৱে বিধৰাজনীক ৰাণী কৰি লব পাৰিব।" ৰজাই সেই বুদ্ধিকে ল'লে। জুৰমনৰ ওপৰত হুকুমজাৰি হ'ল, ঘৈণীয়েকৰে সৈতে আহি সি কাৰেঙৰ ঘৰ এটাত বসবাস কৰিব লাগে। সি কাৰেঙত কাম কৰিব লাগিব। টেকেলাই ৰজাৰ আদেশ জুৰমনক শুনোৱাত মন্দুকীয়ে ক'লে,—"তুমি দিনটো কাৰেঙত কাম কৰিবাগৈ, গধূলি ঘৰলৈ আহিবা।"

পাছদিনা জুৰমন অকলৈ কাৰেঙত ওলালত ৰজাৰ কৰ্ম্মচাৰীয়ে সুধিলে,—"অকলৈ আহিলা দেখোন? ঘৈণীয়েৰাক নানিলা কিয়?" জুৰমনে ক'লে,—"কিয় আনিম? মোৰ ঘৰ আছে, তেওঁ ঘৰ চাব লাগে।"

সেইদিনা জুৰমনক কাম কৰিবলৈ দিলে, দিনটোত দুটা মানুহেও কৰিব নোৱাৰে ইমান কাম। কামখিনি যে শেষ কৰিব, জুৰমনে আশাকে কৰিব নোৱাৰিছিল। কিন্তু কামত লাগি গ'ল। ইফালে চোৱা নাই, সিফালে চোৱা নাই, মাথোন কামতেহে চকু। গধূলি হওঁ হওঁ হৈছে, এনেতে কাম উঠিল। পাছদিনা কৰিবলৈ দিলে চাৰিটা মান মানুহৰ কাম। জুৰমন ঘৰলৈ গ'ল মন্দুকীয়ে খাবলৈ ঠিক কৰি থৈছে। ফুৰাঁবলৈ জুই ধৰি জুহালৰ কাষতে বহি কটা কাপোৰ সিছে। গিৰিয়েকক দেখি মন্দুকীৰ বেজাৰমুৱা মুখ পোহৰ হৈ গ'ল। তভা-তৈয়াকৈ তেওঁক খাবলৈ দি কামৰ কথা সুধিলে। জুৰমনে ক'লে,—"বৰ খবৰ ভাল নহয়। এটা মানুহে দিনটোত

যিমান কাম কৰিব পাৰে তাক্তকৈ বহুত বেছি কাম দিছিল। কাইলৈ আজিৰ দুগুণমান দিছে। মোৰ ওপৰত ইহঁতৰ কি খং উঠিছে জানো, মোক কাম কৰাই মাৰিব হবলা।" মন্দুকীয়ে ক'লে,—"কাম বেছিকৈ দিয়াত চিন্তা একো নকৰিবা। আগলৈ নাচাবা, পিছলৈ নাচাবা, কাম কিমান উঠিল, কি বাকী আছে তালৈ মন কৰাত সময় নিনিয়াবা, মাথোন মন-পুতি কাম কৰি যাবা, কাম উঠিবই উঠিব।" ঘৈণীয়েকৰ কথাত উদগনি পাই সেই ৰাতি জুৰমনে বৰ নিশ্চিন্ত হৈ শুলে। পাছদিনা ৰাতিপুৱা কামলৈ গৈ আগ-পিছ নভবাকৈ কামত লাগি গ'ল। গধূলি কাম শেষ হৈ যোৱাত ৰং মনেৰে ঘৰলৈ উভতিল। তাৰ পাছৰপৰা জুৰমনক দিয়া কামৰ নিৰিখ দিনক দিনে বাঢ়ি যাবলৈ ধৰিলে। কিন্তু প্ৰত্যেকদিনা সি মূৰ গুঁজি কাম কৰাত দিনৰ কাম সন্ধ্যা লগাৰ আগে আগে শেষ কৰি অৱশ শৰীৰ কিন্তু প্ৰফুল্ল মনেৰে ঘৰলৈ ওভতে। ঘৈণীয়েকৰ মোল জুৰমনে এতিয়াহে বুজিছে। মন্দুকীৰ বুদ্ধি নোপোৱা হ'লে তেওঁ ইমান কাম কেনেকৈ তুলিলেহেঁতেন।

সাত দিন কাম বঢ়াই বঢ়াই যেতিয়া ৰজাৰ কৰ্ম্মচাৰীসকলে বুজিলে যে মঠঙা কাম দি জুৰমনক বলে নোৱাৰি তেতিয়া কৌশলে লগা কাম দিবলৈ ধৰিলে। কিন্তু ইয়াতো জুৰমনক হাৰ মনাব নোৱাৰিলে। দিনটোৰ কামৰ ভাৰ সন্ধ্যাৰ আগতে খতম কৰিব পৰাত জুৰমনৰ মনলৈ আত্মনিৰ্ভৰতা আহিল। আগৰ দৰে হতাশ ভাবে মনৰ ওপৰত আধিপত্য কৰিব নোৱাৰা হ'ল, নিজকে অপদাৰ্থ ভাবিবলৈ এৰিলে।

কিন্তু নৈৰাশ্যতা ঘূৰি আহিবলৈ বেছি পৰ নালাগিল। জুৰমনক কামে মাৰিব নোৱৰা দেখি ৰজাই তেওঁৰ ডাঙৰীয়াসকলক মাতি ক'লে, —"তোমালোকক মই অবাবতে পোহ-পাল দিছোঁ। আজি একপক্ষ হৈ গ'ল, তোমালোকৰ পৰামৰ্শৰ গুণ একো নেদেখিলোঁ। তোমালোকে জুৰমনক টান কাম দি মাৰিব খুজিছিলা, পাছে ক'তা? মই দেখোন

তাক নিতৌ সন্ধ্যা বেলিকা সুৰ্হৰিয়াই ঘৰলৈ যোৱা দেখোঁ। তোমালোকে মোক বিদ্রূপ কৰিবলৈকে এনে বুদ্ধি দিছিলানে কি?”

ৰজাৰ পাৰিষদসকলে জুৰমনক টান কাম দি মাৰিব খোজা মন্ত্রণাটো কাৰ্য্যকৰী নোহোৱাত ৰজাৰ ওচৰত ক্ষমা প্রার্থনা কৰিলে। এজন বিষয়াই ক'লে,—“আমি তাক টান কাম কৰাই বধিবৰ উগ্র চেষ্টা কৰিছোঁ, স্বৰ্গদেউ। কিন্তু তাক কোনো কামেই বলে পৰা নাই। মঠভা কাম বঢ়াই দি যেতিয়া তাক হাৰ মনাব নোৱাৰিলোঁ তেতিয়া তাক কৌশল লগা কাম দিলোঁ, কিন্তু একো ফল নধৰিলে। যি কাম যিমানকে দিয়া হয়, দিনৰ কাম দিনে তোলে। নিশ্চয় সি নিজে নহয় তাৰ ঘৈণীয়েকে যাদু জানে, নহ'লে ভূত পুহিছে। আমি এতিয়া ভাবি বুদ্ধি এটা উলিয়াইছোঁ। তাক এনে এটা কাম দিব লাগিব যিটো তাৰ পক্ষেও কৰা সম্ভৱপৰ নহয়। স্বৰ্গদেৱে যদি তাক এদিনৰ ভিতৰতে কাৰেঙৰ আগ-চোতালত নামঘৰ এটা সাজিব নোৱাৰিলে তাৰ মূৰ কাটি পেলাব বুলি আদেশ দিয়ে তেন্তে তাক মাৰিবৰ ভাল অজুহাত এটা ওলায়।” ৰজাই জুৰমনক মাৰিবৰ চেলুটো পাই বৰ আনন্দ পালে।

জুৰমনক মতাই আনি ৰজাই ক'লে,—“শুন, জুৰমন, যদি কাইলৈ দিনটোৰ ভিতৰতে চোতালত থকা ভেটিটো জুৰি নামঘৰ এটা সাজিব পাৰ, তেন্তে মই তোক যথেষ্ট পৰিমাণে বঁটা দিম, কিন্তু যদিহে দিনটোৰ ভিতৰতে কাম হৈ নুঠে তেন্তে তোৰ মূৰ যাব।”

জুৰমনে ৰজাৰ আজ্ঞা শুনি আমন-জিমনকৈ বহালৈ উভতিল। ৰজাক তাৰ মূৰটো লাগে কিয়? তাৰ মূৰটোত এনে কি সোণ-হীৰা আছে। তাৰ দেখোন মগজুও কম, তাৰ মূৰটো লৈ ৰজাই কি কৰিব? ভাবি-চিন্তি কথাটোৰ উহ উলিয়াব নোৱাৰিলে। ঘৰ পাই ঘৈণীয়েকক ক'লে,—“ব'লা, আমি এই ৰাজ্য এৰি পলাই যাওঁ। নপলালে আমাৰ সৰ্ব্বনাশ হ'ব।” মন্দুকীয়ে ক'লে,—“তুমি এনে উধাতু খাইছা কিয়? আমি পলোৱাৰ সকাম কি?” জুৰমনে

ক'লে,—"ৰজাই একে দিনতে মোক কাৰেঙৰ চোতালত নাম-ঘৰ এটা সাজি উলিয়াবলৈ হুকুম দিছে। যদি ঘৰটো সময়তে উলিয়াব নোৱাৰোঁ, তেন্তে মোৰ মূৰটো কাটি পেলাব। ইমানটো কাম একে দিনতে তুলিব নোৱাৰোঁৱেই। সময় থাকোঁতে পলাই যোৱাই এই বিপদৰ হাত সাৰিবৰ একমাত্র উপায়।" কিন্তু তেওঁৰ ঘৈণীয়েকে সেই কথা নামানিলে। ক'লে,—"ৰজাৰ চিপাহীৰ আকাল নাই, আমি যলৈকে যাওঁ তবে পৰাই ধৰি আনিবই। আমি পলাই সাৰিব নোৱাৰোঁ। সেইবাবে যেতিয়ালৈকে শক্তিয়ে আঁটে, ৰজাৰ আদেশ পালিবলৈ যত্ন কৰাই ভাল।" জুৰমনে ক'লে,—"কিন্তু ৰজাৰ হুকুম পালোঁ কেনেকৈ? শক্তিয়ে যে নাটে।" মন্দুকীয়ে ক'লে,—"মোৰ কথা শুনা। এতিয়া খাই-বৈ শুই থাকা। কাইলৈ অলপ সোনকালে উঠি কামত লাগিবাগৈ, কাম সময়মতে উঠিবই উঠিব।" জুৰমন শুবলৈ গ'ল। পাছদিনা বিহানতে ঘৈণীয়েকে তেওঁক জগাই দি খুৱাই-বুৱাই কামলৈ উলিয়াই পঠাওঁতে ক'লে,—"খৰকৈ যোৱাঁ, নাম-ঘৰটো শেষ কৰাগৈ। এইয়া গজাল আৰু হাতুৰী লোৱাঁ। দিনৰ দিনটো কাম কৰিলেহে নাম-ঘৰটোৰ কাম শেষ হ'ব।"

জুৰমনে নগৰ পাই দেখে, কাৰেঙৰ আগচোতালত এটা নাম-ঘৰ থিয় হৈ আছে। কাম প্ৰায় শেষ। জুৰমন আচৰিত হ'ল। নাম-ঘৰটো ভুঁই-ফুটি গজিলে নে কি? সি অসমাপ্ত কামত লাগি গ'ল। বেলি পৰোঁ পৰোঁ হৈছে এনে ঘৰটো সম্পূর্ণ হ'ল।

সন্ধ্যাৰ আগতে ৰজাই খিড়িকীয়েদি চাই দেখে, নাম-ঘৰ সাজি অঁতাই জুৰমন ওলাই আহিছে। জুৰমনে কামটো নিয়াৰীকৈ সমাপ্ত কৰাত ৰজা বৰ সন্তুষ্ট নহ'ল। জুৰমনক মাৰি তাৰ ঘৈণীয়েকক লাভ কৰাৰ সুবিধা হেৰোৱাত তেওঁ বিক্ষুব্ধ হ'ল। বিষয়াসকলক মাতি ক'লে,—"জুৰমনে এদিনতে নাম-ঘৰটো সাজিলে। তাক মই শাস্তি দিব নোৱৰা হ'লোঁ। ইমান ডাঙৰ কাম এটা সি দিনটোতে কৰিলে।

আৰু বেছি কৌশল লগা কামৰ কল্দি এটা তোমালোকে ভাবি-চিন্তি উলিওৱাঁ। নহ'লে তাক আৰু তোমালোকক সকলোকে ভীষণ শাস্তি দিম।"

বিষয়াসকলে ৰজাক পৰামৰ্শ দিলে যে জুবমনক কাৰেঙৰ কাষেদি এটা খাল খানিবলৈ দিয়া হক, তাত ডাঙৰ ডাঙৰ জাহাজ-নাও চলি থাকিব লাগিব। সেইখিনি কাম যদি এদিনতে কৰি উলিয়াব নোৱাৰে তেন্তে তাক কাটিবৰ চেলু এটা ওলাব।

ৰজাই জুবমনক মাতি অনাই কি কৰিব লাগে বুজাই দি ক'লে,— "তই যদি এদিনতে ডাঙৰ ঘৰ এটা সাজিব পাৰ, তেন্তে এইটো কামো কৰিব লাগে। মনত ৰাখিবি খাল খনা, জাহাজ চলা, সকলোখিনি কাইলৈ সন্ধ্যাৰ ভিতৰতে হ'ব লাগিব। নহ'লে, তোৰ মূৰ যাব।'

জুবমনে কামৰ কথা শুনি কালিতকৈও নিৰাশ হ'ল। সি বেজাৰ মনেৰে ঘৈণীয়েকৰ ওচৰ পালেগৈ। ঘৈণীয়েকে সুধিলে,—"তুমি ইমান বিমৰিষ হৈ আছিছা কিয়? কৰিবলৈ কিবা নতুন কাম দিলেনে কি?" জুবমৰে ৰজাৰ আদেশৰ কথা কৈ ক'লে,—"আমি নপলালে নচলে।" মন্দুকীয়ে ক'লে—"ৰজাৰ চিপাহীৰ হাত ক'ত সাৰিবা? যলৈকে যাওঁ তাতে পাবগৈ। ৰজাৰ হুকুম মনাৰ বাদে আন উপায় নাই।" জুবমনে ক'লে,—"ৰজাৰ হুকুম পালিবৰ সাধ্য ক'ত?" ঘৈণীয়েকে ক'লে—"ইমান নিৰাশ নহবাচোন। মতা মানুহ অলপতে এনে নিৰাশ হৈ হাত-ভৰি মেলি দিলে সংসাৰ নচলে। খাই-বৈ শোৱাগৈ, কাইলৈ সোনকালে উঠিবা কাম সময়মতে হ'বই।"

পাছদিনা প্ৰথম কুকুৰা ডাকতে ঘৈণীয়েকে জুবমনক জগাই দিলে। দিনটোলৈ ভালকৈ খুৱাই ক'লে,—"ৰাজধানীলৈ যোৱাঁ সকলো হৈ আছে, মাখোন মাটিৰ হাঁফলু এটা সমান কৰিবলৈ বাকী। কোৰখন লৈ যোৱাঁ, হাঁফলুটো কাটোঁতে দিনটো লাগিব।"

জুৰমনে কাৰেঙৰ ওচৰেদি বৈ যোৱা খালটো দেখা পালে। তাত ডাঙৰ নাও, জাহাজ কত চলিছে সংখ্যা নাই। জুৰমনে হাঁকলুটো খহাবলৈ লাগি গ'ল। শোৱাৰ পৰা উঠিয়েই ৰজাই দেখে নৈ হেন বহল খালত ডাঙৰ ডাঙৰ জাহাজ, নাও চলিছে, জুৰমনে হাঁকলু এটা কাটি ঠাই ডোখৰ সমান কৰিছে। ৰজা আচৰিত হ'ল। কিন্তু জাহাজ, নাও চলিব পৰা খাল হেন এই ডাঙৰ সম্পত্তিটো লাভ কৰিও সন্তুষ্ট নহ'ল। জুৰমনক মাৰি তাৰ ঘৈণীয়েকক নিজৰ কৰি ল'ব নোৱৰা ক্ষোভটো হে ডাঙৰ হ'ল। "সি কৰিব নোৱৰা কি কাম এটা পাওঁ" ৰজাই ভাবিবলৈ ধৰিলে। চেলাউৰিৰ নোম এডাল পোনাবলৈ দিয়া হ'লেই পাৰিলেহেঁতেন। ৰজাই বুদ্ধিটো নাপালে। পৰামৰ্শ কৰিবলৈ বিষয়াসকলক মাতি পঠালে।

ৰজাই বিষয়াসকলক ক'লে,—"জুৰমনে অসাধ্য সাধিলে। এনে এটা কাম উলিওৱা, যিটো সি একোপধ্যে কৰিব নোৱাৰে; অন্ততঃ আমি হক কৈ নাই হোৱা বুলি ক'ব পাৰোঁ। তোমালোকে ইমান দিন যি বুদ্ধি উলিয়াইছা তাৰ পৰা একো কাম হোৱা নাই। মই এতিয়াও তাৰ ঘৈণীয়েকক ৰাণী কৰি লব পৰা নাই।"

বহুত ভাৱনা-চিন্তা কৰি বিষয়াসকলে এটা উপায় স্থিৰ কৰিলে। তেওঁলোকে ৰজাক ক'লে,—"স্বৰ্গদেৱে জুৰমনক মতাই পঠিয়াই তাক কওক, সি এনে ঠাইলৈ যক যি ঠাই সি চিনি নাপায়, তাৰ পৰা এনে এটা বস্তু আনক, কি আনিছে সি ক'ব নোৱাৰে। এইবাৰ তাৰ সাৰণ নাই। সি যলৈকে যক, স্বৰ্গদেৱে ক'ব পাৰিব সি ঠিক ঠাইলৈ যোৱা নাই, যিহকে আনক স্বৰ্গদেৱে ক'ব পাৰিব সি আচল বস্তুটো আনিব পৰা নাই। তেতিয়া তাক মৰাৰৰ চেলু এটা ওলাব। তাক তেতিয়া মৰালে দহে বেয়া বুলিব নোৱাৰিব।" এই বুদ্ধিটো পাই ৰজাই বৰ সন্তোষ পালে। জুৰমনক মতাই আনি অজান দেশৰ অচিন বস্তুটো আনিবলৈ ক'লে।

জুবমনে কথাখিনি যৈণীয়েকৰ আগত বিবৰি ক'লে। মন্দুকীয়ে কেতপৰ ভাবি ক'লে,—"এইবাৰ তোমাক তালকৈ বাদ্ধত পেলোৱা কন্দিটো ৰজাই পাইছে। বাক!" এই বুলি মন্দুকীয়ে আকৌ ভাবিবলৈ ধৰিলে। বহুত বেলি ভবাৰ পাছত ক'লে,—"এইবাৰ মোৰ সাধ্যৰ অতীত হৈছে। তুমি এইবাৰ আবুৰ তালৈ যাব লাগিব, তেওঁৰ সহায় নাপালে বিপদৰ পৰা উদ্ধাৰ হ'ব নোৱাৰা। তোমাক লগা বস্তুটোৰ বাবতা তেওঁহে দিব পাৰিব। সেইটো লৈ তুমি ততালিকে কাবেঙলৈ যাবা। মই তাতে থাকিম। তুমি আঁতৰিলেই মোক ৰজাৰ মানুহে নি বন্দী কৰি থব। মোলৈ চিন্তা নকৰিবা, মোৰ একো অনিষ্ট কৰিব নোৱাৰে। এই কটাৰীখন দেখিছা নহয়, এইখন লগত থাকিলে ৰজাই বা ৰজাৰ মানুহে মোৰ গাত হাত লগাব নোৱাৰে। মোৰ বুঢ়ী-আইৰ কথা মতে চলিলে তুমি কেইদিনমানতে মোক উদ্ধাৰ কৰি আনিব পাৰিবা।"

মন্দুকীয়ে জুবমনক বাটৰ সন্তাৰ যতাই দিলে। তেওঁ জ্যোলোঙা এটাত বাটৰ সঁজুলি ভৰাই দি হাতত কঁৰাশলি এডাল দি ক'লে,— "আবুক এইডাল দিলে তুমি মোক বিয়া কৰিছা বুলি জানিব।" তাৰ পাছত কোন বাট ধৰি গ'লে বুঢ়ী-মাকৰ ঘৰ পাবগৈ তাৰ দিহা দিলে।

যৈণীয়েকে দিয়া দিহা মতে জুবমনে বাট বুলিবলৈ ধৰিলে। নগৰৰ বাজ হৈছে এনেতে কেতবোৰ সৈন্য কাৱাজ কৰি থকা দেখি কিছুপৰ চাই থাকিল। কাৱাজ শেষ হোৱাত সৈন্যবিলাক জিৰাবলৈ বহিল। জুবমনে ওচৰ চাপি সুধিলে অজান দেশৰ অচিন বস্তু ক'ত পাই তেওঁলোকে ক'ব পাৰেনে। সৈন্যবিলাকে বিস্ময়-দৃষ্টিৰে তেওঁৰ মুখলৈ চালে। সুধিলে,—"তোমাক এই সন্ধানত কোনে পঠালে?" ৰজাই পঠাইছে বুলি কোৱাত তেওঁলোকে ক'লে,—"সৈন্যবাহিনীত মকৰল হোৱা দিন ধৰি আমি নিজেই কোন অজান ঠাইলৈ গতি লৈছোঁ ক'ব নোৱাৰোঁ, কি নিচিনা বস্তু বিচাৰিছোঁ আমাৰ জনা নাই।

আমাৰ নিজৰে যেতিয়া এনে অৱস্থা আমাৰ পৰা তোমাৰ প্ৰশ্নৰ উত্তৰ বিচৰা মিছা ।”

আৰু কিছুপৰ জিৰাই জুৰমনে বাটকুৰি বাই এখন হাবিৰ মাজত এটা জুপুৰি ঘৰ পালে। তাত বুঢ়ী এজনীয়ে চকুলো টুকি টুকি পাঁজি কাটি থকা দেখিলে। ওচৰ পালত জুৰমনক বুঢ়ীয়ে সুধিলে,—“তুমি কোন, ইয়ালৈ কিয় আহিছা ?” জুৰমনে কঁৰাশলিডাল বুঢ়ীক দি তেওঁৰ পৰিবাৰে বুঢ়ীশাহুৰেকৰ ওচৰলৈ পঠাইছে বুলি ক'লে। কি সকামত তেওঁ আহিছে বুলি সোধাত জুৰমনে বিয়াতে আৰম্ভ কৰি যি যি ঘটনা ঘটিছে সকলো বৃত্তান্ত ক'লে। বুঢ়ী গৰাকীয়ে জুৰমনৰ কাহিনী শুনি কান্দোন এৰি মুখৰ ভিতৰতে কিবা গুণ-গুণালে। তাৰ পাছত ক'লে,—“বাৰু বোপাই বহ, কিবা-কিবি খাই ল।” জুৰমনে খাই উঠাৰ পাছত বুঢ়ী শাহুৱেকে ক'লে,—“এই টাকুৰীটো ল। টাকুৰীটো তোৰ আগত পেলাই দিবি, সেইটো যেনিয়েই বাগৰে তই পিছে পিছে যাবি। বাট-কুৰি বাব লাগিব, একেবাৰেই সাগৰৰ ওচৰ পাবিগৈ। তাতে ডাঙৰ চহৰ এখন পাবি। চহৰৰ সিমূৰৰ ঘৰটোত থাকিবি। তোক লগা বস্তুটো ওচৰতে পাবি।” জুৰমনে সুধিলে—“কিন্তু বুঢ়ী-আই, মই বস্তুটো চিনিম কেনেকৈ, তাৰ ব্যৱহাৰ জানিম কিদৰে ?” বুঢ়ী-শাহুৱেকে ক'লে,—“যেতিয়া তই এনে এটা বস্তু দেখিবি, যাৰ মাত মানুহে মাক-বাপেকৰ কথাতকৈয়ো মানে, জানিবি তোক লগা বস্তু সেইটোৱেই। বস্তুটো কাঢ়ি লৈ তই বজাৰ ওচৰ পাবিগৈ। সেই বস্তুটোৱেই যদি লগা আচল বস্তুটো নহয় বুলি কয়, তই উত্তৰ দিবি—‘এইটো যদি আচল বস্তু নহয় তেন্তে ইয়াক কোবাই ভাঙি পেলাওঁ।’ তেতিয়া তই বস্তুটো মৰিয়াই ভাঙি নৈত পেলাই দিবি। ইয়াকে কৰিব পাৰিলেই তোৰ কাম হ'ব, মোৰ নাতিনীক কাৰেঙৰ পৰা উদ্ধাৰ কৰি আনিব পাৰিবি।”

বুঢ়ীক সেৱা কৰি বিদায় লৈ জুৰমনে মাটিত টাকুৰীটো বগৰাই

দিলে। টাকুৰী বাগৰি বাগৰি সাগৰৰ পাৰ পালেগৈ। সাগৰৰ তীৰত এখন ডাঙৰ চহৰ আৰু তাৰ সিমূৰে এটা ডাঙৰ ঘৰ। জুৰমনে তাতে ৰাতিটো কটাবলৈ গিৰিহঁতৰ অনুমতি ল'লে। জুৰমন শুই আছে, পুৱাতে সাৰ পাই শুনে, বাপেকে পুতেকক খৰি ফালিবলৈ কৈছে। পুতেকে পিতাকৰ কথাত কেৰেপকে নকৰে। পুতেকে ক'লে—"শুই উঠিবৰ এতিয়াও নৌ। খৰি ফালিবৰ পৰ বহুতো আছে।" অলপ পাছত ল'ৰাটোৰ মাকে ক'লে,—"উঠ অ' বোপাই। খৰি ফলাৰ বিষত বাপেৰৰ গা জঠৰ হ'ল। তয়ে খৰি কেইডাল ফালি দে। বুঢ়া গাৰেই যদি ইমান কাম কৰিব লাগে তহঁত ইমান একোটা ডেকা পো আছ কিহলৈ।" ল'ৰাটোৱে কিবা ভোৰ-ভোৰাই বাগৰ মাৰি শুলে।

ল'ৰাটোৰ টোপনি আহোঁ আহোঁ হৈছে এনেতে বাহিৰত দম্ দম্ ধদম্ দম্ শব্দ উঠিল। ল'ৰাটোৱে জঁাপমাৰি উঠি কাপোৰকানি পিন্ধি আলিবাটলৈ লৰ ধৰিলে। জুৰমনো জঁাপমাৰি উঠিল। ল'ৰাটোৱেনো মাক-বাপেকৰ কথাতকৈ কিহৰ মাত বেছি মানে চাবলৈ পিছে পিছে গ'ল। মানুহ এটাই কিবা ঘূৰণীয়া বস্তু এটাত মাৰি এডালেৰে কোবাই যোৱা জুৰমনে দেখিলে। সেইটোৰ মাত শুনি ৰাইজ-ঢাক দি আহিছে। "অ', এইটোৰ ডাককে ল'ৰাটোৱে মাক-বাপেকৰ কথাতকৈ বেছিকৈ মানিছে!" ওচৰ চাপি দেখে আভজা ঢোলটোৰ দৰে ঘূৰণীয়া দীঘল বস্তু এটাৰ দুমূৰে চালেৰে ছোৱা। এইটোক "কি" বুলি সোধাত মানুহে "ৰাম-ঢোল" বুলি ক'লে। জুৰমন আচৰিত হ'ল। গৰাকীক বস্তুটো খুজি সি ভেকাহি এটা খালে। জুৰমনে ঢোলটো খুজিবলৈ এৰি ঢুলীয়াৰ পিছ ল'লে। দিনৰ দিনটো ঢুলীয়া যেনিয়েই যায় জুৰমন পিছত আছেই। গধুলি ঢোল অঁৰা ৰছীডাল ডিঙিৰ পৰা সোলোকাই ঢুলীয়াই শুবলৈ ল'লে। সেই ছেগতে জুৰমনে ঢোলটো ডিঙিত আঁৰি ল'লে। ঢুলীয়াৰ মাত হৰিল, সি জুৰমনক একো ক'ব নোৱাৰিলে। ঢোলটো ডিঙিত

আঁৰিলতে জুৰমনৰ গোটেই শৰীৰেদি কিবা এটা সৰকি গ'ল যে সোমাল জুৰমনে তং ধৰিব নোৱাৰিলে। কাণৰ ভিতৰত বহুত পৰ গুম-গুমাই থাকি গুম-গুমনি বন্ধ হ'লে যেনে পৰিকাৰ লাগে জুৰমনৰ তেনে হ'ল। বিজুলীৰ চাটতে জুৰমনৰ মনত আচম্বিতে অতুলনীয় সাহ সোমাল। পূর্ব্বে তাক কোনোবাই অনিষ্ট কৰিলে তাৰ দুৰ্ব্বল মনত বেজাৰ লাগে, আজি কিন্তু ৰজাৰ উপদ্ৰৱৰ কথা মনত পৰি তাৰ খং উঠিল। "ৰ, সেকা পাবি।" তাৰ জীৱনত খং উঠা আজিয়েই প্ৰথম। বেগা-বেগিকৈ জুৰমনে ঘৰ-মুৱা হৈ খোজ ল'লে। ঘৰত মন্দুকী নাই! তেন্তে মন্দুকীয়ে ঠিক ধৰিছিল। ৰজাইনো তাক কিয় ইমান দিন কষ্ট দিছিল কাৰণটো এতিয়া জুৰমনে ফট-ফটিয়াকৈ বুজিলে। জুৰমনৰ মুখ ফুটি ওলাল, "ৰ, পাবি।"

জুৰমন কাৰেং পালেগৈ। পহৰীয়াক ক'লে,—"ৰজাক ক, অজান দেশৰ অচিন বস্তু লৈ জুৰমন আহিছে।" পহৰীয়াই কেৰঘেঁহোৱা দেখি ভাবিমাৰি তাক ঠোঁট-মুখ চেলেকাই অন্তেষপুৰলৈ পঠালে। পহৰীয়াই ভিতৰৰ পৰা আহি ক'লে,—স্বৰ্গদেউ এতিয়া বাজলৈ আহিব নোৱাৰে, তোমাক কাইলৈ আহিবলৈ কৈছে।" জুৰমনে হুকি মাৰি ক'লে,—"যা, এতিয়াই ওলাই আহিব লাগে। নাহিলে ময়েই ভিতৰ সোমাই যাম।" ৰজাই ভিতৰৰ পৰা জুৰমনৰ উগ্ৰ-মাত শুনি খিৰিকীয়েদি মূৰ উলিয়াই সুধিলে,—"কলৈ গৈছিলি?" জুৰমনে "ক'ব নোৱাৰোঁ" বোলাত ৰজাই ক'লে—"তই ঠিক ঠাইলৈ যোৱা নাই। বাৰু, কি আনিছ?" জুৰমনে "ৰাম-ঢোলটো" দেখুৱাত ৰজাই ক'লে,—"মই কোৱা বস্তু সেইটো নহয়।" তেতিয়া জুৰমনে ক'লে,—"আচল বস্তুটো আনিব পৰা নাই যদি এইটোৰে কি কৰিম, ভাঙি পেলাওঁ।" এইবুলি জুৰমনে ঢোলত চাব দিলে, যেয়ে শুনিলে ৰাইজ-ঢাক দি আহিল। নিজৰ সৈন্যবোৰো অহা দেখি ৰজাই, "এই তইঁত নাহিবি, তইঁত নাহিবি" বুলি চিঞঁৰিলে। কিন্তু কোনেও ৰজাৰ কথাত কাণ নিদিলে। যেয়ে আহিছে, জুৰমনক চেলাম দি সুধিছে,—

"কি কৰিব লাগে কওক।" জুৰমনে ৰজাৰ চকুলৈ চালে। জুৰমনৰ চকুত আজি কি দীপ্তি! ৰজাই জুৰমনৰ চকুৰ দৃষ্টি সহিব নোৱাৰিলে, চকু নমাই নিলে। আজি ৰজাই বুজিলে, তেওঁ জুইৰে খেমালি কৰিছিল, এতিয়া ৰক্ষা নাই। লৰ মাৰি মন্দুকীক বন্দী কৰি থোৱা কোঠাটোত সোমাই ক'লে,—"মোক ৰক্ষা কৰাঁ।" মন্দুকীয়ে ক'লে,—"পৰ তিৰোতালৈ আৰু পাপ চকুৰে চাবা? সতীৰ কি মহিমা আজি বুজিলা? এইবাৰ তোমাক মোৰ গিৰিহঁতে একে থেকেচাতে গেবেলা কৰিব। যোৱাঁ, মোৰ পৰা তোমাৰ একো উপকাৰ নহয়।" ৰজাই ক'লে—"মই তোমাক আই-মাতৃ বুলি মাতিছোঁ, মোক ৰক্ষা কৰাঁ। আজিৰ পৰা জগতৰ তিৰোতা মাত্ৰেই মোৰ চকুত নিজৰ আইৰ দৰে পৱিত্ৰ। মই শপত খাই কৈছোঁ।" মন্দুকীয়ে ক'লে,—"তেন্তে বাৰু মোক গিৰিহঁতৰ ওচৰত থৈ আহাগৈ। তোমাৰ যাতে একো অনিষ্ট নহয়, মই তাৰ ব্যৱস্থা কৰিম। কিন্তু আজিৰ শিক্ষাটো নাপাহৰিবা।"

ৰজাই মন্দুকীক সসন্মানে বাট দেখুৱাই নিলে। বাহিৰত অগণন চিপাহীয়ে জুৰমনক চেলাম দি কৈছে,—"কি কৰিব লাগে, কওক।" জুৰমনৰ কাণে কাণে মন্দুকীয়ে কেইটামান কথা ক'লে। জুৰমনে মূৰ দুপিয়াই সন্মতি জনাই ঢোলটো কোবাই কোবাই নৈৰ ফালে আগ বাঢ়ি গ'ল। ঢোলৰ মাত শুনা মানুহ মাত্ৰকে ঢোলৰ কাষলৈ ঢপলীয়াই আহিল। সকলোৰে একেটা প্ৰশ্ন,—"কি কৰিব লাগে, কওক।" জুৰমনে ঢোলটো কোবাই ভাঙি নৈত পেলাই দিয়া মাত্ৰকে চিপাহী প্ৰজা দিহা-দিহি গ'ল। ৰজাই কিন্তু জুৰমনক আৰু দিগ নিদিলে—আজিৰ শিক্ষাটোও নাপাহৰিলে।

জুৰমন মন্দুকী নিজ ঘৰলৈ গ'ল। এতিয়া আগৰ জুৰমন নাই। জুৰমনৰ কথাত সৈন্যাধ্যক্ষৰ কথাৰ তেজ। মন্দুকীৰে খুব কথা পাতে। মাজে সময়ে মন্দুকীক দাবিও দিয়ে। গিৰিহঁতৰ আচৰণৰ পৰিবৰ্ত্তনত মন্দুকীৰ মহা আনন্দ।

জুৰমনে এতিয়া দিনতীয়া মজুৰৰ কাম নকৰে। জুৰমন এতিয়া মস্ত ঠিকাদাৰ। তাৰ তলত অসংখ্য বনুৱাই কাম কৰে।”



মন্দুকীয়ে কেইটামান কথা ক'লে।

‘সাধু শেষ হ'ল। ব'লা, মইনা, ভিতৰলৈ যাওঁ।”

মইনাই অতপৰে চকুৰ টিপ নমৰাকৈ শুনি আছিল। কিমান পৰ শুনিলে, উমান নাই। ক'লে,—“এতিয়াই শেষ হ'লনে, দাদা?”

দাদাই ঢেক ঢেককৈ হাঁহিলে।

মইনাই সুধিলে,—“চেষ্টা কৰিলে মানুহৰ কাম কৰা শক্তি বাঢ়ি যায়, সঁচানে দাদা?”

দাদাই ক'লে,—সাধুৱে তো তাকেই ক'লে।

এইদৰে বহুত দিনলৈকে দাদাই মইনাক দিনে একোটাকৈ সাধু ক'লে।

## পৰিশিষ্ট

আহিন মাহ, সন্ধ্যা লাগি আহিছে। আজিও দাদাই চোতালত ঢাৰি এখন পাৰি তিতা গামোচা এখনেৰে গা কোবাইছে।

দাদা এতিয়া বুঢ়া। দাঁত এটিও নাই, গাল সোমাই গ'ল। গোঁফ ডাঢ়ি খুকৰা। তালুত চুলি বুলিবলৈ এগছো নাই, কপালে-মূৰে এক হ'ল। মাথোন দুই কাষে আৰু পিছত অলপ অলপ ৰূপালি চুলি। কপালত ৰেখৰ সেৰা-সেৰ। হাত-ভৰি, গা শুকাই গ'ল। চাল শোটোৰা পৰিল। বহি থাকোঁতে মূৰটো কঁপে। আজি কেইবা বছৰো হ'ল, দাদাই কামৰ পৰা অৱসৰ ল'লে।

মইনাই আহি ক'লে,—"দাদা, তাহানিৰ দৰে সাধু এটা কওকচোন। আপুনি তাহানি কোৱা সাধু মোৰ কাণত আজিও বাজি থাকে।"

মইনা এতিয়া ডেকা। পঢ়ি-শুনি উঠি বিয়া-বাৰু কৰালে, ল'ৰা এটিও হৈছে, কাম-কাজত টকা উপাৰ্জ্জন ভালকৈ কৰে। তেৱেঁই এতিয়া ঘৰৰ ঘাই ধৰণী।

দাদাই ক'লে,—"কিনো সাধু ক'ম মোৰ বোপাই? কথা কওঁতে গাটো থৰক-বৰক কৰে। দাঁত নাই, মাতো ভালকৈ নুফুটে। বাৰু শুনিব খুজিছা যেতিয়া, শুনা। বোৱাৰীকো মাতাঁ, তায়ো শুনক। তোমাকনো সকতে মই কেনেকৈ সাধু কৈ পঢ়ুৱাইছিলোঁ, তাৰ অলপ উমান পাওক। পাছে আজি যে পাঠ লবলৈ নাই! লাগিলে এতিয়া তুমিহে মোৰ লেচন লব পাৰিবা।"

মইনাই 'বোৱাৰীয়েক'ক মাতি আনিলে। কোঁচতে ল'ৰাটো। চাকৰে মেৰচৰা দুখন পাৰি দিলে, মইনাই ঘৈণীয়েকে দুঠাইত বহিল।

ল'ৰাটো মাকৰ কোলাৰ পৰা গৈ ককাকৰ কোলাত বহিল। ককাকে নাতিক বুকুৰ মাজত সুমাই ল'লে।

দাদাই আৰম্ভ কৰিলে,—"বুজিছ বোৱাৰী, আজিৰ দৰেই তেতিয়া আহিন মাহৰ গধূলি। আজিৰ দৰেই সেই দিনা নিৰ্ম্মল আকাশত জোনাবাই। এই চোতালতে মই এই দৰেই বহি আছোঁ। মইনা তেতিয়া পাঁচ বছৰীয়াটো। বিদ্যাৰম্ভ হৈ গৈছে, ময়ে ক-খ, এক-দুই পঢ়ুৱাওঁ। সি মোক সাধু ক'বলৈ ধৰিলে। মই তাক সৈ কৰাই ললোঁ যে সাধু শুনিবলৈ হ'লে, সি তাৰ পাঠ ভালকৈ আওৰাব, আৰু ময়ো দিনে এটাকৈ সাধু ক'ম। সেই সাধু শুনাৰ খাউতিতে সি যত পঢ়ে। সাধু শুনাৰ সময়তে তাৰ শিক্ষা বৰ ভাল হ'ল। ঈশ্বৰে তাৰ ভাল কৰিছে, আৰু ভাল কৰক। ল'ৰা ডাঙৰ হ'লে, কিজানি সি তাকো সেই দৰেই শিকাব। যদি সি নিশিকায়, তয়ে আহিঁটো লবি বাৰু, এতিয়া সাধু শুন,—

বুঢ়া-বুঢ়ীৰ দন্দ।

এখন গাঁৱত এহাল বুঢ়া-বুঢ়ী আছিল। গাঁওখন নগৰৰ পৰা বেছি দূৰৈত নহয়। ল'ৰা-ছোৱালী বুলিবলৈ বুঢ়া-বুঢ়ীৰ এটাও নাই। ঘৰত বুঢ়া-বুঢ়ী আৰু এটা ভতুৱা কুকুৰ, ভলুকা বুলি মাতে। কুকুৰটো দেখাত বৰ ডাঙৰ। মানুহে দেখিলে ভয় কৰে। কিন্তু সি কাচিৎ হে 'ভুক' এটাকে কৰে। ঘৰ এৰি কলৈকো নাযায়। মানুহে কিন্তু তাৰ আকাৰ দেখিয়েই বুঢ়া-বুঢ়ীৰ ঘৰলৈ আহিবলৈ ভয় কৰে। তাহানিখন বুঢ়া-বুঢ়ী নথকাত কোনোবা এটাই বোলে বুঢ়াৰ ঘৰত সোমাব খুজিছিল, ভলুকাই কামুৰি বগৰাই দিলে।

বুঢ়ীৰ যে সন্তান হোৱা নাছিল, এনে নহয়। কেইবাটাও হৈছিল। গাঁওখন নগৰৰ পৰা বেছি দূৰৈত নোহোৱাত নগৰৰ সভ্যতা গাঁৱত

বহুত সোমাইছিল। ল'বা-ছোৱালী পাওঁতে চম্নাৱনী আনিলেহে চলে। কলত সন্তানটো খেতবে পাই মাৰে। বুঢ়ীৰ সন্তান মৰি যোৱাত কি বেজাৰ বুঢ়াই বুজে। একোটা সন্তান মৰে, বুঢ়াই বুঢ়ীক মৰম কৰাৰ কোৰ এখোপ চৰে। মৰম কৰোঁতে কৰোঁতে শেষত দুইৰো মাজত তঁয়া-হঁয়া চলিলগৈ।

গাঁৱৰ সিমূৰে বুঢ়ীৰ ভায়েকৰ ঘৰ। ল'ৰা-ছোৱালী এজাক। বুঢ়ী মাজে মাজে ভায়েকৰ ঘৰলৈ যায়। যাওঁতে হাতত ইটো সিটো লৈ যায়।

বুঢ়াৰো ভায়েক এটা আছে। বিয়া-বাক কৰোৱাৰ পাছতে সি হাবিলৈ গৈ আহল-বহলকৈ মাটি ভাঙি ল'লে। বোপাইৰ ভেটি বুলি অলপীয়া মাটিৰ ভাগ লৈ তাতে কামোৰ মাৰি নাথাকিল। বোলে, মাটি ভগাওঁতে ভগাওঁতে শেষত এঘৰকো নটা হ'বগৈ। বুঢ়াৰ ভায়েকৰো ল'ৰা-ছোৱালী এজাক। কেতিয়াবা ভায়েকৰ ল'ৰাহঁত ৰবাপেক ৰৰমাকক চাবলৈ আহে।

বুঢ়াই ডেকা কালত বেছ উপাৰ্জ্জন কৰিছিল। সাঁচতীয়া পইচা কেইটামানো আছে। পইচা ক'ত থয় বুঢ়া-বুঢ়ীয়েহে জানে। তাকে উলিয়াই খাই থাকে। সুবিধা পালে মাজে মাজে ধান কিনা-বেচাও কৰে। ধান সস্তাত কিনি লৈ কিছু দিন ৰাখি ভাও চৰিলে বেচি দিয়ে। হাতলৈ অলপ লাভ আহে। চকুচৰহা-হঁতে কয়, এই বুঢ়া-বুঢ়ী হালে ধন উপাৰ্জ্জন কৰি মৰিছে কিয়? যিখিনি আছে তাকে নাখাই কালৈ সাঁচিছে? ইহঁত মৰি প্ৰেত হৈ পোতা ধনৰ ৰখীয়া হ'বহি। বুঢ়া-বুঢ়ীৰ কাণত কথাষাৰ পৰে কিন্তু সেই বুলি সিহঁতে বেপাৰ এৰা নাই।

বুঢ়াৰ বলদ নোহোৱা গাড়ী এখন আছিল। বেচিবলৈ হ'লে সেইখনতে ধান হাটলৈ নিয়ে। বুঢ়াই আগত টানে, বুঢ়ীয়ে পিছৰ পৰা ঠেলে। ভলুকাই পিৰালিত মূৰটো গোঁজ মাৰি ঘৰ ৰাখে।

বুঢ়া-বুঢ়ীৰ মাজত বৰ মিল। সিহঁতৰ বিয়া হোৱা আজি ডেৰ

কুৰি বছৰ হ'ল, কিন্তু এদিনো খকা-খুন্দা ল'গা নাই। বুঢ়াই এদিনো বুঢ়ীক কেটেহাই মতা নাই, বুঢ়ীয়েও কেটেহা মাত দিবলগীয়া হোৱা নাই। বুঢ়া সদায় সাৱধান যাতে কোনো প্ৰকাৰে দন্দ লাগিব নোৱাৰে। বুঢ়ীয়ে কেতিয়াবা বুঢ়াৰ ভায়েক, আৰু জীয়াই থাকোঁতে অইন বঙহী-পৰিয়ালৰ বদনাম গায়, কিন্তু বুঢ়াই মনে মনে থাকে। হয়নে নহয় বৰকৈ সুধিলে বুঢ়াই প্ৰতিবাদ নকৰে, কিন্তু কয়,—"হ'ব পায়।" বুঢ়াই জানে, কথাত কথা বাঢ়ে, আৰু বদনাম গালে সেই মানুহৰ গাত ঘা নালাগে। বুঢ়ীয়ে কেতিয়াবা নিজৰ ভায়েকহঁতৰ কথাও কয়। বুঢ়াই তাতো নামাতে। বৰকৈ সুধিলে কয়,—"জানো, তোৰ অঙহী-বঙহীৰ কথা তইহে জান।" বুঢ়াই ভালকৈ বুজে মাইকী মানুহে নিজৰ অঙহী-বঙহীৰ বেয়া কথা অইনৰ পৰা সহিব নোৱাৰে। কোনোবা এটাই বোলে বুঢ়াক কৈছিল, ন-বোৱাৰী এজনীক সি ন-ছোৱালীৰ ককায়েকৰ বিষয়ে কিবা এটা বেয়া কোৱাত ন-ছোৱালীয়েই তাক চকু চেলাই ধৰিছিল।

ঘৰত অনাটনো নাই। নিজৰ অৱস্থা বুজি ভালকৈয়ে থাবলৈ জোৰে। তাৰ পৰাও দন্দ লাগিবলৈ নাই। বুঢ়াই দিনটোত বুঢ়ীক এৰি ইকাল সিকাল কৰিলেও সাঁজৰ পাছত কলৈকো নোলায়। বুঢ়াক কোনেও আজিলৈকে ভাওনাৰ ভাও দিব পৰা নাই। বুঢ়া ঢোল মৃদং বজোৱাত বৰ পাকৈত। তথাপি তাক সেইবোৰলৈ গধূলিৰ পাছত কোনেও টানি নিব পৰা নাই। কাৰণ বুঢ়ীক অকলৈ এৰি থৈ যাব লাগিব। বুঢ়াই ভাং কানিও নাখায়। বুঢ়ীয়ে বুঢ়াৰ আচৰণত কেতিয়াও অসন্তুষ্ট হ'বলগীয়া হোৱা নাই।

দন্দৰ এক কাৰণ হ'ব পাৰে বুঢ়ীৰ সন্তান জীয়াই নথকাত। বুঢ়ীৰ মনত সেইবাবে যে বৰ বেজাৰ, বুঢ়াই বুজে। সেই কথা বুঢ়াই কোতিয়াও নিজে খুলিয়ায়। বৰঞ্চ যাতে বুঢ়ীৰ মন উদং উদং লাগিব নোৱাৰে, তাৰ নিমিত্তে যিমান পাৰে বুঢ়াই বুঢ়ীৰ লগ নেৰে।

বুঢ়া এনেকৈ চলাৰ ফলত আজি ভেৰ কুৰি বছৰে সিহঁতৰ মাজত

দন্দ-খৰিয়াল লগা নাই। বুঢ়াই যিমান পাৰে সুখকেহে উপাৰ্জ্জন কৰিবলৈ চেষ্টা কৰিছিল, সেই বাবে সতি-সন্তান নথকাতো বুঢ়া-বুঢ়ী ব'ৰ সুখী। বুঢ়াই পাৰিলে বুঢ়ীৰ লগ নেৰে দেখি ওচৰ-চুবুৰীয়াই কয়,—"দেখিছ, এই তিৰোতাসেকৰাটোলৈ? বুঢ়া হ'লহি, তেওঁ ঘৈণীয়েকৰ আঁচলত ধৰি ফুৰে।" বুঢ়াই এদিন বুঢ়ীক কৈছিল,— "বুজিছ বুঢ়ী, মানুহে মোক তিৰোতাসেকৰা বোলে। কটা যোৱাহঁতৰ দৰে দিনে-ৰাতিয়ে আমি হাইৎউকমি লাগি থকা হ'লে, সিহঁতে হাঁহিবৰ সুযোগ পালেহেঁতেন।"

বুঢ়া-বুঢ়ী প্ৰত্যেকে নিজ অস্তিত্ব সিটোৰ অস্তিত্বত লীন কৰিবলৈ চেষ্টা কৰিছিল। ফলত এতিয়া বুঢ়া-বুঢ়ীৰ অৱস্থা এনে হ'ল যে ইটোৱে যিহকে কয় সিটোৱে তাকে শুনে। বুঢ়াই যদি কয় নৈথন ভৈয়ামৰ পৰা পৰ্ব্বতলৈ বৈছে, বুঢ়ীয়ে তাতে হয় দিয়ে। বুঢ়াই যদি টিকা-কটা ব'দক জাৰ বোলে, বুঢ়ীয়ে কেথা লয়। বুঢ়াৰো সেই একে দশা।

বুঢ়া-বুঢ়ীয়ে বাৰীত শাক খেতি কৰে, বুঢ়াই কোৰ মাৰে, বুঢ়ীয়ে চপৰা ভাঙে। বুঢ়াই আপত্তি কৰে,—"বুঢ়ী, তই দুখ পাবি।" বুঢ়ীয়ে কয়,—"তই কোৰ মাৰোঁতে দুখ নাপালে ময়ো চপৰা ভঙাত দুখ নাপাওঁ, বুঢ়া।" বুঢ়াই শাকত পানী দিয়ে, বুঢ়ীয়ে গুৰি খুচৰি দিয়ে। মাছ মাৰিবলৈ বুঢ়া লাহনীখন লৈ ওলালে বুঢ়ীয়ে পিছে পিছে খালৈটো লৈ যায়। বুঢ়াই পানী সিচে, বুঢ়ীয়ে খপিয়াই খপিয়াই মাছ ধৰে। সিহঁত দুটা যেন ইটো সিটোৰ ছাঁ হে।

এদিন কিন্তু এনেহাল বুঢ়া-বুঢ়ীৰো দন্দ লাগিল।

কথাটো হৈছিল এই। চাৰি দিনমান আগেয়ে বুঢ়ীৰ ভতিজাক আহিছিল। জেঠায়েকক ক'লে তাৰ বাপেকৰ পেট চলিছিল। বজাৰলৈ যাওঁতে কিবা খাই আহিছিল। সঁচা কথা ক'বলৈ গ'লে বুঢ়ীৰ ভায়েক অলপ লুতুৰা। বজাৰত খুৰ্ম্মা গুটিয়া তিলৰ লাড়ু দেখিলে তাৰ জিবাৰ পানী পৰে। সিদিনা হাটলৈ যাওঁতে গাঁৱৰ আন

মানুহে মেদেখাকৈ এপইচাৰ খুৰ্মা গুটি কিনি খালে। আহি ঘৰত পেট চলিল। শাক-বন দৰব খাই গাটো ভাল কৰিলে। বুঢ়ীৰ ভায়েকে শুকান খৰিচা খাই ভাল পায়। ভাই-বোৱাৰীয়েকে হেনো খৰিচা কৰিলে গেলি যায়। সেই বাবে জেশাহুৱেকক অলপ খৰিচা খুজি পঠিয়াইছে। ঘৰত শুকাই থোৱা খৰিচা নাছিল। বুঢ়ীয়ে খৰিচা শুকাই সেই দিনা ভাগ কৰিছে। দুভাগ কৰিছে, এভাগ ডাঙৰ এভাগ সৰু। এনেতে বুঢ়া-বুঢ়ীৰ ওচৰ পালেহি।

সেই দিনা বুঢ়া-বুঢ়ী এটাৰো মন ভাল নাই। বুঢ়াৰ মন বেয়া, কোনোবাই জেওৰা ভাঙি কঠীয়াবোৰ তেনেই গৰুৰ হতুৱাই খুৱালে। বুঢ়ীৰ মন বেয়া, শাকৰ গুটি ঘৰৰ চালত খোঁচা মাৰি থৈছিল, বুঢ়ী গাঁও ফুৰিবলৈ যাওঁতে তললৈ পৰাত কাৰবাৰ গৰুৱে তেনেই খালে। ভলুকাই শুই থাকোঁতেই গ'ল।

বুঢ়াই সুধিলে,—"বুঢ়ী, দুভাগ কৰিছচোন ? কোন ভাগ কাৰ ?" বুঢ়ীয়ে দেখুৱালে ডাঙৰ ভাগ ভায়েকৰ, সৰু ভাগ সিহঁতৰ। মন বেয়া লাগি থকাত আজি বুঢ়া সিমান সাৱধান নহয়। বুঢ়াই ক'লে,— "সিদিনা তোৰ ভায়েৰৰ পেট চলিছিল বুলিছিলি নহয়? সৰু ভাগ দে, সি যিহে থঁকুৱা, এটাইবোৰ খাই আকৌ পেট বেয়া কৰিব। পাছে-পৰে আকৌ দিলেই চলিব।" বুঢ়ীয়ে খঙৰ টিকচি-বিকচি উঠিল,—"অ, মোৰ ভাইক থঁকুৱা বুলি তোক কোনে কৈছিল ? তই তাক মাতি ভাত এসাঁজকে নুখুৱাৱ, তাক থঁকুৱা বুলি তই জানিলি কেনেকৈ ?" বুঢ়া হতভম্ব হ'ল। নিজৰ অসাৱধানতাত যে এনে হ'ল সি বুজিব পাৰিলে। বুঢ়াই ক'লে,—"তয়ে দেখোন কৱ, সি থঁকুৱা বুলি।" বুঢ়াই নমতা হ'লে দন্দথন নাবাঢ়ে। মাতিয়েই লেঠা লগালে। বুঢ়ীয়ে ক'লে,—"মোৰ ভাইক মই থঁকুৱা বুলিম, তই বুলিবি কিয় ?" তাৰ পাছত বুঢ়ীয়ে যি বচন বুলিলে ক'বলগীয়া নহয়। বুঢ়ীয়ে ডাঙৰ ভাগ খৰিচা চুৱা পাতনিত পেলাই দিলে। বুঢ়াই কত ক'লে, নুশুনিলে। বুঢ়াই নিজে গৈ ইভাগ দি আহোঁগৈ

বুলিলে বুঢ়ীয়ে নিদিলে। বুঢ়াই কত কুতুহিলে, বুঢ়ীয়ে না চাপি হুঁ। সুবুলিলে। বুঢ়াবো খং উঠিল। ভেৰ কুৰি বছৰ বিবাহিত জীৱনৰ পাছত আজি সিহঁতৰ ঘৰত কলি সোমাল। কাৰণটো হ'ল গিৰিয়েকে ঘৈণীয়েকৰ ভাই-ককাইক চৰ্চ্চা কৰা।

আন কাল বুঢ়াই-বুঢ়ীয়ে দুখন চাঙত শুই টোপনি নোযোৱালৈকে কথা পাতি থাকে। এই ভাতখোৱা-শাকখোৱা কথা, বুঢ়ীৰ হাতৰ বাঙ্কোন কেনে বঢ়িয়া হৈছিল, বুঢ়াই ক'ত কি দেখিলে, তাক কোনে কি ক'লে, বুঢ়ীয়ে গাঁৱত কি কি শুনিলে, ইত্যাদি। অইন কথা নহ'লে বুঢ়াই নিজৰ মনৰে গঢ়ি সাধু কয়। এদিন এনেকুৱা এটা সাধু কৈছিল,—এক ৰজা আছিল। পাঁচজনী ৰাণী। এদিন ৰজাই চিকাৰ কৰি পছু পোৱালি এটা কানত পেলাই আনিছে, বৰজনী ৰাণীয়ে কাষত কলহটো লৈ পানী আনিবলৈ লৰ মাৰিলে। তাৰ পাছৰ জনীয়ে খৰাহিত উখুৱা চাউল এগাল ধুবলৈ পুখুৰীলৈ নিলে। ৰজাৰ বোলে আৰৈ চাউলৰ ভাত খাই ভাল নালাগে। কিবা সোপোকাবোৰ। এজন ৰাণীয়ে পছুটো লৈ বাচিবলৈ বহিল। এজনীয়ে পছু বান্ধিবলৈ উধানত জকাটো তুলি দিলে। এনেকুৱা ধৰণৰ। বুঢ়ীৰ মানত ৰজাৰ জীৱনৰ এনেটোৱেই নিখুঁত চিত্ৰ। বুঢ়াই কোৱা সাধু নহয় জানো? বুঢ়ীয়ে তলকা মাৰি শুনি টোপনি যায়।

আজি কিন্তু দুই বেৰৰ ফাললৈ দুইৰ মুখ, কথা নাই, সাধু নাই। বুঢ়ীয়ে এবাৰ "উঃ" কৰি উঠিল। আন কাল হ'লে, "কি হৈছে হোঁ" বুলি বুঢ়া ওচৰ পালেগৈহেঁতেন। আজি, বুঢ়াই মিছাকৈয়ে "ঘোঁট" কৰিলে। বুঢ়ীয়ে বুজিলেও, বুঢ়াৰ ফাকি। বুঢ়ীৰ খং "বুঢ়াই মোৰ ভাইক খঁকুৱা বুলিব কিয়?" বুঢ়াৰ কথা, "বুলিলোঁৱেই বা মোৰ খুলশালিক খঁকুৱা। তাই খঁকুৱা বুলিব পাৰে, মই ক'লেহে জগৰ!" ইত্যাদি। এটাৰো ভালকৈ টোপনি নাহিল। দুইটাই ৰাতি কটা-মৰাৰ সপোন দেখিলে।

এবাৰ দন্দ কৰাৰ পাছত দন্দ লগাৰ কাৰণ খিতাতে ওলাবলৈ

ধৰিলে। বুঢ়াই ধঁপাত খায়। বুঢ়ীয়ে সদায় ধঁপাত কিনি আনে। প্ৰথম দন্দ লগাৰ পাছ দিনা বুঢ়াই ক'লে—"বুঢ়ী ধঁপাতবোৰ বৰ চোকা ঐ, এইবাৰ মিঠা চাই ধঁপাত আনিবি।" বুঢ়ীয়ে বুজিলে, বুঢ়াই অনৰ্থক কাজিয়া কৰিবলৈ ওলাইছে। তাই সদায় একেখন দোকানৰে পৰা ধঁপাত আনে। আজি ধঁপাত চোকা হ'বলৈ গ'ল! বুঢ়ীয়ে একো নামাতিলে। বুঢ়ীয়ে পাছ দিনা মিঠা-কাৰা ধঁপাত আনিলে। বুঢ়াই ধঁপাত খাই ক'লে,—"বুঢ়ী, এইবোৰ কি ধঁপাত আনিলি অ'? ধঁপাতত মুঠেই চোক নাই। মই চোকা ধঁপাত খাওঁ তই জানই। মোক কষ্ট দিবলৈ তই এনেখন কৰিছ। এইবোৰ খালে কিবা খোৱা যেন হে লাগে।" বুঢ়ীৰ খং উঠিল। ক'লে,—"বুঢ়া, তোৰ কথাৰে ঠিক নাই। চোকা ধঁপাত আনিলে ক'ৱ, খাব নোৱাৰি। অলপ কম চোকা ধঁপাত আনিলেই কিবা খোৱা যেন হে লাগে। তই কালি কৈছিলি, ধঁপাতবোৰ বৰ চোকা, আজিৰ ধঁপাত কিবা কিবা লগা হ'ল!" বুঢ়াই ক'লে,—"নহয় কি? আজি ডেৰকুৰি বছৰে তয়ে ধঁপাত কিনিছ। কিন্তু এই কেইদিনৰ দৰে তই কৰা নাই। এতিয়া মই কোৱা হ'ল এইক মিঠা ধঁপাত আনিবলৈ? ভলুকাক দেচোন, সিও এইবোৰ নাখায়।" বুঢ়ী মনে মনে থাকিল। কিন্তু তাই সেই দিনা ভাত নাৰান্ধিলে। হালেই লঘোনে-ভোকে পৰি থাকিল। কাজিয়াৰ জখলাত সিহঁত আৰু এখোপ উঠিল।

তাৰ পাছত বুঢ়া-বুঢ়ীৰ সদায় খুঁট-খাট লাগিয়েই থাকে। ইটোৱে সিটোৰ কথাত হয় নিদিয়ে, সঁচা কথা হ'লেও কয়,—"তই মিছা মাতিছ।"

এনেকৈ দন্দ বাঢ়ি গৈ থাকোঁতেই এদিন বুঢ়াই পথাৰৰ পুখুৰী সিঁচি কেইটামান সৰু মাছ আনিলে। বুঢ়ীয়ে সৰু মাছৰ ভজা খাই ভাল পায়। বুঢ়ীয়ে ভাত-পানী বান্ধি বুঢ়ালৈ বাট চাই থাকি আমনি লগাত মজিয়াতে ৰিহাৰ আঁচলখন পাৰি হাততে মূৰটো থৈ

মাটিতে পৰি আছে। বুঢ়াই মাছ লৈ পালেহি। বুঢ়ীক সুধিলে,—"হেৰ এইজনী, ভাত হ'লনে ?" বুঢ়াৰ খং তুলিবৰ মনেৰে বুঢ়ীয়ে ক'লে—"মই ভাত ৰান্ধিব নোৱাৰোঁ। তোৰ খঁকে খৰিছে যদি ৰান্ধি খাগৈ।" বুঢ়াৰ খঙে মূৰৰ চুলি পালেগৈ। "অ' কটা, মই মিছাতে কষ্ট কৰি মৰিলোঁ! তাই সৰু মাছ ভাল পায় দেখিহে মই ৰাতিপুৱাই পুখুৰী সিঁচিছিলোঁগৈ। তাইৰ ওকোন্দ এতিয়াও ভগা নাই। মইনো মাছেৰে কি কৰিম ?" বুলি মাছবোৰ চুৱাপাতনিত পেলাই দিলে।

বুঢ়ীয়ে দেখিলে, বুঢ়াই মাছবোৰ দলিয়াই পেলালে। "বুঢ়াই জানেই, মই সৰু মাছৰ ভজা খাবলৈ ভাল পাওঁ, তেও সি মাছবোৰ চুৱাপাতনিত পেলালে! কেলৈ, মই ভাত ৰান্ধিলোঁনে নাই চাই লবগৈ নোৱাৰিলে ? আথল-ঘৰত সোমাই চোৱা হ'লেই দেখোন ভাত দেখিলেহেঁতেন। তোৰ চকুকেইটা ফুটিলনে কি ?" এই ভাবি আথললৈ সোমাই গৈ বুঢ়ালৈ ভাত বাঢ়ি পীৰা এখন পাৰিলে। ওচৰতে চৰিয়াটোৱে-লোটাটোৱে দিলে। চৰিয়াত অলপ পানী ঢালি পুৰি থোৱা জিকাটো আৰু আধা কলা কচু পাতত দিয়া টোপোলাটো তাতে পেলাই দিলে। তাৰ পাছত বান্ধনী-ঘৰৰ দুৱাৰ জপাই ওলাই আহিল।

বুঢ়া গা ধুবলৈ গৈছিল। গা ধুই আহি আথল-ঘৰত সোমাই বুঢ়া ভাত দেখিলে। চৰিয়াত পেলোৱা পোৰা জিকাটো আৰু আধা কলা কচু পাতত দিয়া টোপোলাটো দেখিলে। কচু পাতত দিয়া টোপোলাটোত ৰঙা জলকীয়া এটাও দেখিলে। বুঢ়াই পোৰা জিকা খাই ভাল পায়। বুঢ়ীয়ে কচু পিতিকা ভাল পায়। "বাৰু, তাই পোৰা জিকাটো পেলাই দিলে! তাই কচু পিতিকা খাই ভাল পায়। তাইক কচু পিতিকা খোৱা দেখিলে মই ভাল পাওঁ। কিজানি টোপোলাটোত অইন কিবা আছে বুলি ভাবোঁ সেই গুণে টোপোলাটো কালি দেখুৱাইছে। বাৰু, ময়ো ভাত নাখাওঁ" বুলি বুঢ়াই ভাতত পানী ঢালি ওলাই আহিল।

খৰিকা সুমাই কাণৰ বিদ্ধা ভাঙৰ কৰাৰ দৰে, খৰিয়াল গোঁসাই দুই বুঢ়া-বুঢ়ীৰ মাজৰ ব্যৱধান বঢ়াই নিলে। শেষত এনে হ'লগৈ যে ইটোৰ মাত সিটোৱে সহিব নোৱৰা হ'ল। এটাই কিবা এটা মাতিলেই সিটোৱে ওলোটাটো গায়। লাগে, সিটোৱে কোৱা কথা ধুকপকে হওক। কাজিয়াৰ কোবত ঘৰখন বৌবৌৱাই থাকে। ওচৰ-চুবুৰীয়াই হাঁহিবৰ সুযোগ পালে।

এদিন বুঢ়া-বুঢ়ীয়ে গাড়ীখনত তুলি হাটলৈ ধান বেচিবলৈ নিছে। হাটলৈ যোৱা বাটটো ওখ-চাপৰ। বুঢ়াই আগত টানিছে, বুঢ়ীয়ে পিছৰ পৰা ঠেলিছে। বুঢ়ীয়ে ক'লে,—"বুঢ়া, তই মুঠেই টনা নাই।" বুঢ়াই ক'লে,—"বুঢ়ী, তই একেবাৰেই ঠেলা নাই। গাড়ীতে ওলোমা-বাদুলী দি আহিছ যেন লাগিছে।" তাৰ পাছত দুইবো মাজত যি ভাষাৰ ব্যৱহাৰ হ'ল, ক'ব নোৱাৰি।

বুঢ়া-বুঢ়ী হাট পালেগৈ। ধানো বেচিলে। বুঢ়াই থুন্‌পাকত পইচা ভৰাই কঁকালত বান্ধিলে। তাৰ পাছত দুয়ো হাটৰ বাজত হোৱা নতুন খেল এটা চাবলৈ গ'ল। খুঁটি এটাৰ ওপৰত কাতিকৈ পেলোৱা চকৰি এটা, খুঁটিটোৰ মূৰতে ঘূৰে। চকৰিৰ বাওৰ পৰা কেইবাটাও কাঠৰ ঘোঁৰা ওলোমোৱা আছে। ঘোঁৰাত মানুহ উঠিলে চকৰিটো ঘূৰাই দিয়ে। বুঢ়া-বুঢ়ী ইয়াকে চাবলৈ গ'ল। ল'ৰাবোৰে একোটাকৈ পইচা দি ঘোঁৰাত উঠিছে। এটাইবোৰ ঘোঁৰাত মানুহ উঠিলেই মালিকে কেই পাক মান ঘূৰাই সেই মানুহবোৰ নমাই দি আকৌ নতুন মানুহ তোলে। ল'ৰাবোৰে চাৰিওকালে বেঢ়ি আছে।

বুঢ়া-বুঢ়ী খেলৰ ওচৰ পালেগৈ। দন্দ লগাৰ আগেয়ে হোৱা হ'লে, বুঢ়া-বুঢ়ী একে ঠাইতে থাকিলহেঁতেন। আজি কিন্তু বুঢ়াই এদিশে থিয় হ'ল, বুঢ়ীয়ে সিপিনে থিয় হ'ল। বহুত পৰ চাই থাকি বুঢ়াই মাত লগালে,—"চকৰিটো উত্তৰৰ পৰা দক্ষিণলৈ ঘূৰিছে।" সিফালৰ পৰা বুঢ়ীয়ে মাত লগালে,—"নহয়, দক্ষিণৰ পৰা উত্তৰলৈ

ঘূৰিছে।" দুইবো কথা সঁচা। বুঢ়াৰ কালৰ পৰা চালে উত্তৰৰ পৰা দক্ষিণলৈ ঘোৰা যেন দেখি। বুঢ়ীৰ কালৰ পৰা চালে, দক্ষিণৰ পৰা উত্তৰলৈ ঘোৰা যেন দেখি। কিন্তু বুঢ়া-বুঢ়ীৰ দন্দ লাগি গ'ল। বুঢ়াই কয়,—"উত্তৰৰ পৰা দক্ষিণলৈ," বুঢ়ীয়ে কয়,—"নহয়, দক্ষিণৰ পৰা উত্তৰলৈ।" বুঢ়াই ক'লে,—"বুঢ়ী, তোৰ কণা চকুৰে নেদেখনে কি?" বুঢ়ীয়ে ক'লে,—"বুঢ়া, তোৰ ধেনা চকুকেইটাৰে নেদেখনে কি?" আৰু ল'ৰাই চাপৰি বজাই ক'লে,—"বুঢ়া-বুঢ়ীৰ দন্দ লাগিল, আমি মিঠৈ খাম।" বুঢ়া-বুঢ়ীৰ অসহ্য হ'ল। বুঢ়াই ঘূৰি থকা ঘোঁৰা এটাত খাপমাৰি ধৰি ক'লে,—"চা, ক'তা দক্ষিণৰ পৰা উত্তৰলৈ ঘূৰিছে?" বুঢ়ীও কম নহয়। অইন এটা ঘোঁৰাত ধৰি ক'লে,—"ক'তা উত্তৰৰ পৰা দক্ষিণলৈ ঘূৰিছে?" দুয়ো ঘূৰি থকা ঘোঁৰাতে ওলমি লাগি গ'ল। বুঢ়ীয়ে হাতত নিজৰ ভৰ ৰাখিব নোৱাৰি থেকেচা খাই পৰিল। বুঢ়ী পৰা জোকাৰত সিপিনে হাত এৰাই গৈ বুঢ়া থেকেচা খাই পৰিলে।

ককাকৰ কোলাত বহি থকা নাতিয়ে ক'লে,—"প—ই—লে।"

দাদাৰ মৰম উথলি উঠিল। নাতিক আৰু বুকুৰ মাজলৈ সুমাই ক'লে,—"হয় মোৰ বোপাই, পৰিলে। ভাগ্যে চকৰিটো ঘূৰা কম হৈ আছিছিল। বুঢ়া-বুঢ়ীয়ে বৰ দুখ নাপালে। তথাপি বাহ ল'ৰাই গিৰ্জ্জনি মাৰি হঁহাত দুয়ো বৰ লাজ পালে। বুঢ়াই উঠি গা জোকাৰি ক'লে—"বৰ দুখ পালোঁ, বোপাই।" বুঢ়ীয়েও উঠি ক'লে—"এৰা, ময়ো বৰ দুখ পালোঁ, বোপাই।" আজি বহুত দিনৰ মূৰত বুঢ়া-বুঢ়ীৰ কথাৰ মিল হ'ল। কাণৰ খৰিকা ওলাই কাণৰ বাট মুদ যোৱাৰ দৰে থেকেচা খাই দুইবো ভিতৰত থকা দন্দ কৰা স্পৃহা মনৰ পৰা ওলাই গৈ আকৌ দুইবো মিল হ'বলৈ ধৰিলে।

সেইখিনিৰ পৰা আঁতৰি বুঢ়াই ক'লে,—"বুঢ়ী, আজি আৰু গাড়ীখন ঘৰলৈ টানি নিব নোৱাৰি, ব'ল ইয়াতে ক'ৰবাত গাড়ীখন থৈ ঘৰলৈ যাওঁ। বুঢ়ীয়ে ক'লে,—"এৰা, ময়ো তাকে ভাবিছোঁ।" আৰু

পাছত গাড়ীখন দোকানী এটাক চমজাই দি ছয়ো ওচৰা-উচৰিকৈ ৰৰলৈ খোজ ল'লে।

অলপ বাট গৈয়েই বুঢ়াই সুধিলে,—"বুঢ়ী, ৰৰকৈ দুখ পালিনে কি? ক'ত লাগিল?" আজি বুঢ়াৰ মাতত মৌ-সনা। বুঢ়ীয়ে ক'লে,—"তই বৰ দুখ পালিনে কি, বুঢ়া? জানো, মোৰ কঁকালটোত কচকা খালোঁ যেন লাগিছে।" বুঢ়ীৰ মাতেও আজি মৌ বৰষিছে। বুঢ়াই ক'লে,—"অলপ খৰকৈ যাওঁ ব'ল, তোৰ কঁকালত তাৰপিন তেল ঘঁহি দিওঁগৈ।" বুঢ়ীয়ে ক'লে,—"ব'ল বাক। পাছে তই ক'ত দুখ পালি, নকলি।" বুঢ়াই ক'লে,—"জানো ক'ত দুখ পালোঁ। গোটেই গাটো বিষোৱা যেন লাগিছে।" বুঢ়ীয়ে ক'লে,—"এৰা বোপাই, মোৰো তেনেহেন লাগিছে।"

বহুত বেলিৰ মূৰত বুঢ়ীয়ে ক'লে,—"বুঢ়া, আমি থেকেচা খোৱা ভাল হ'ল, নহয়নে?" বুঢ়াই ক'লে,—"এৰা। যি মূৰ্খই নিজৰ বৈণীয়েকৰ সৈতে দন্দ কৰে, তাৰ এনে হ'বই লাগে।" বুঢ়ীয়ে ক'লে,—"দোষ কিন্তু মোৰ গাত।" বুঢ়াই ক'লে,—"নহয়, মোৰ গাত। মইনো তোৰ ভায়েকক সেইদিনা খঁকুৱা বুলিছিলোঁ কেলেই?" বুঢ়ীয়ে ক'লে,—"তাত নো মোৰ কি হানি হৈছিল, তোক সিমানবোৰ কথা শুনাবলৈ? মোৰ ভাই হ'ব পাৰে। তোৰোতো খুলশালিয়েৰ। তোৰ খুলশালিয়েৰক তই খঁকুৱা বুলিলিয়েই বা? আৰু, তই তাৰ ভালৰ নিমিত্তেহে কৈছিলি।" বুঢ়াই ক'লে,—"তেও মই তোৰ ভায়েৰৰ কথা তোৰ আগত তেনেকৈ ক'ব নালাগিছিল। মাইকী মানুহে নিজৰ ভাই-ককাইৰ বেয়া ক'লে সহিব নোৱাৰে।" বুঢ়ীয়ে ক'লে,—"তই এনে গিয়ানৰ কথা ক'ব পৰা শিকিলি হোঁ?" বুঢ়াই ক'লে,—"জানো"। বুঢ়ীয়ে ক'লে,—"মই গম পাইছোঁ যেন লাগে।" বুঢ়াই সুধিলে,—"কি?" বুঢ়ীয়ে ক'লে,—"তহঁত মতা মানুহে ৰকম ৰকম মানুহৰ লগত মিলিবৰ সুবিধা পায়। তহঁতৰ মনৰ উভহাঁবোৰ ক্ষয় যায়। সেই গুণে কথা গাত লগাই নলয়। আমি তহঁতৰ সমান

লোকৰ লৈতে মিলিবলৈ সুবিধা নাই দেখি আমাৰ মনৰ উকাহঁবোৰ থাকি যায়। তাতে আহি কথাবোৰ জোঁট-পোট খাই লাগি ধৰে!"
বুঢ়াই একো নক'লে।

সন্ধ্যা লাগো লাগো হৈছে। এনেতে দুয়ো লেংকুচীয়াই ঘৰ পালেগৈ। বুঢ়াই ডাঙৰকৈ জুই একুৰা ধৰি বুঢ়ীক দীঘল ঢাৰি এখনত শুৱাই কঁকালত ভালকৈ তাৰ্পিন তেল ঘঁহি দিলে। বুঢ়ীয়ে বুঢ়াৰ গাত তেল ঘঁহি দিব খুজিছিল, বুঢ়াই নিদিলে। "তই বৰ দুখ পালি বুঢ়ী, উঠিব নালাগে। মই নিজে নিজেই ঘঁহিব পাৰিম।"

কাইলৈ গা বৰ বিষাব। বুঢ়াই গৈ কচুশাকৰ জালুকীয়া ৰান্ধি দুয়ো খাই নিজ নিজ চাঙত শুলে। আজি দুইবো কালে দুইবো মূৰ।

বহুত বেলিৰ মূৰত বুঢ়ীয়ে ক'লে,—"বুঢ়া, তই তোলনীয়া পো লম বুলিছিলি নহয়? তোৰ ভতিজা এটাকে তুলি ল।" বুঢ়াই ক'লে,—"কি হাবিৰ বোন্দাই পছু মাৰি খুৱাব? লব লাগে যদি তোৰ ভতিজাৰকে তুলি ল।" বুঢ়ীয়ে ক'লে,—"নহয়, তোৰ বংশৰ সম্পত্তি তোৰ বঙহতে থাকক।" বুঢ়াই ক'লে,—"সেই কথা লৈ আমি দন্দ নকৰোঁ, বুঢ়ী। এসেকা পালোঁ নহয়?" বুঢ়াই বুঢ়ীয়ে দুয়ো হাঁহিলে।

আজি এবছৰ মানৰ মূৰত দুইবো মনত পৰম শান্তি। খেকেচা খাই গা বিষোৱা সত্বেও সিহঁতৰ আজি যেনে টোপনি আহিল, বহুত দিন তেনে অহা নাই।

হোঁ আই! সাধু শেষ হ'ল। চেঁচা পৰিছে। ল'ৰাটো ভিতৰলৈ নে।"

বোৱাৰীয়েকে ল'ৰাটো লব খুজিলে। ল'ৰাই ককাকৰ বুকুৰ উম ভাল পাইছে। মাকৰ কোলালৈ যাব নোখোজে। দাদাই ক'লে,— "মৰম পালে এনেকুৱাই হয় আই, মাকৰ কোলালৈকো ল'ৰা যাব নোখোজে।"

মাকে জোৰ কৰি ল'ৰাটো ককাকৰ কোলাৰ পৰা নিলে।

আজি কেইদিন মানৰ পৰা মইনাৰে ঘৈণীয়েকৰে খুঁটা-খাট লাগি আছিল। দাদাৰ সাধুৰ শেষ কেইপাত সিহঁতৰ বুকুলৈকে মৰা যেন পালে। দাদাই সিহঁতকে উদ্দেশ্য কৰি কৈছিল নে নাই, কোনে জানে?

শোৱনি ঘৰলৈ যাওঁতে মইনাই ঘৈণীয়েকক ক'লে—"বুজিলা?"

ঘৈণীয়েকে ক'লে,—"উঁ"।



শ্ৰীহৰিপ্ৰসাদ বৰুৱা, বি-ই-য়ে লিখা

## এক পক্ষ

নতুন আৰু জোঁটনীত লিখা পোন্ধৰটা মনমোহা

সাঁধুৰ সচিত্ৰ কিতাপ

শ্ৰীহৰিপ্ৰসাদ বৰুৱা, বি-ই-য়ে প্ৰকাশ কৰা

## ভ্ৰম-ৰঙ্গ

প্ৰায় ষাঠি বছৰ পূৰ্ব্বে চাৰিজন অসমীয়া ডেকাই কৰা মহাকবি

চেক্সপিয়েৰৰ Comedy of Errors-অৰ সৰল ভাঙনি।

থিয়েটাৰৰ নিমিত্তে বিশেষ উপযোগী।

অনুবাদক সকলৰ একোখন ফটো আৰু চমু জীৱনী আছে।

প্ৰাইজ আৰু লাইব্ৰেৰীৰ নিমিত্তে মনোনীত।

### পোৱাৰ ঠাই :

(১) বৰুৱা এজেন্সি : দীঘলি পুখুৰী পাৰ, গুৱাহাটী।

(২) চপলা বুক ষ্টল : পুলিচ বাজাৰ, ছিলং।

(৩) লয়াৰচ্ বুক ষ্টল : পাণবজাৰ, গুৱাহাটী।